# মনসা-কাব্য

( প্ৰথম খণ্ড )

# মনকৰী আৰু দুৰ্গাবৰী



সংগ্ৰাহক

শ্ৰীকালিৰাম মেধি

সম্পাদক

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা

গুৱাহাটী : ১৯৫১

# ১। মনসা পূজাৰ চমু ইতিবৃত্ত

মনসাদেবীৰ পূজা আদিম সাপ পূজাৰে এক প্ৰকাৰ উন্নত অভিব্যক্তি। সৌন্দৰ্য্যবোধ বাঢ়ি অহাৰ লগে লগে মানুহে সাপৰ ভয়াবহ ৰূপক পূজা নকৰি সাপৰ অধিষ্ঠাত্ৰীদেবী এগৰাকী কল্পনা কৰি লয়। সৰ্প-ৰাজ্ঞী মনসাদেবীৰ উৎপত্তিৰ মূল হ'ল এয়ে। মানুহে ভয়ত ভজে আৰু শক্তিত ভজে। সৰ্পপূজাৰ উৎপত্তি হয় প্ৰথমটো কাৰণৰ পৰা। সাপৰ বিদ্যুত গতি, মাৰাত্মক দংশন, ইয়াৰ মোট্ পৰিবৰ্ত্তন, ভূগৰ্ভত বসতি, অনাহাৰে বহুত দিন থাকিব পৰা শক্তি— এই সকলোৰে কাৰণে আদিম মানবে সাপক ভীতি-বিস্ময় চকুৰে চাইছিল আৰু অলৌকিক ক্ষমতাৰ অধিকাৰী বুলি ভাবিছিল। সৰ্পকুলক পূজা-অৰ্চনাৰ দ্বাৰা সন্তুষ্ট ৰাখিব পাৰিলে এহাতে যেনেকৈ অনিষ্টৰ পৰা ৰক্ষা পোৱাৰ পথ দেখিছিল, আনহাতে সৰ্পৰ অলৌকিক শক্তিৰ পৰা কৰুণা লাভ কৰি ঐহিক সুখ সম্ভোগো লাভ কৰাও সম্ভৱ বুলি বিশ্বাস কৰিছিল। পৃথিবীৰ বহু দেশতেই সৰ্প পূজাৰ প্ৰচলন একালত নহয় একালত থকাৰ প্ৰমাণ পোৱা গৈছে, কালক্ৰমত উন্নত পৰ্য্যায়ৰ ধৰ্ম্ম প্ৰবৰ্ত্তিত হোৱাৰ লগে লগে সৰ্পপূজা বহুতো ঠাইৰ পৰা আঁতৰি যায়[১]। সৰ্পপূজা প্ৰচলিত থকা দেশ সমূহৰ ভিতৰত ভাৰতবৰ্ষতেই বিভিন্ন প্ৰকাৰ বৈচিত্ৰ্যময় সৰ্পপূজাৰ প্ৰচলন এতিয়াও জীৱিত ৰূপে আছে। পঞ্জাব, কাশ্মীৰ, দক্ষিণ ভাৰত, পূৰ্ব্ব বঙ্গ আৰু অসমৰ পশ্চিমাঞ্চলত এতিয়াও সৰ্পৰ আকাৰতেই হওক বা দেবী প্ৰতিমাৰ ৰূপতেই হওক সৰ্পপূজাৰ প্ৰচলন আছে। ফাৰ্গুছন চাহাবে তেখেতৰ Tree and Serpent Worship নামৰ গ্ৰন্থত তুৰাণীয় সকলে ভাৰতবৰ্ষত পোন প্ৰথমে সাপ পূজা প্ৰচলন কৰে বুলি মত দাঙি ধৰিছে। তেওঁৰ মতে বৈদিক আৰ্য্য সকল ভাৰতবৰ্ষত প্ৰবেশ কৰাৰ পূৰ্ব্বেই তুৰাণীয় সকলে ভাৰতবৰ্ষত প্ৰবেশ কৰি সিন্ধু উপত্যকাত বসতি কৰিবলৈ লয়। তুৰাণীয় সকলৰ মাজত জীৱ-জন্তু পূজা কৰা পদ্ধতি প্ৰচলিত আছিল। বৈদিক আৰ্য্যসকল ভাৰতবৰ্ষত সোমাই ক্ৰমান্বয়ে তুৰাণীয় সকলক দক্ষিণলৈ ঠেলি নিয়ে। ফাৰ্গুছনৰ মতে দ্ৰাবিড়ী সকলেই উক্ত তুৰাণীয় সকলৰ বংশধৰ আৰু এই কাৰণেই দাক্ষিণাত্যত সৰ্পপূজাৰ অধিক প্ৰচলন।

(১) Hasting's "Encyclopaedia of Religion and Ethics," Vol II

ইলিয়ট স্মিথৰ মতে প্ৰাচীন মিছৰৰ পৰা ফিনিচীয় সকলে সৰ্পপূজা ভাৰতলৈ আমদানি কৰে আৰু ভাৰতৰ পৰা প্ৰশান্ত মহাসাগৰীয় দ্বীপ সমূহলৈ ই বিস্তৃতি লাভ কৰে। কোনো কোনো পণ্ডিতৰ মতে আকৌ সৰ্পপূজা ভাৰতলৈ কোনো জাতিয়ে আমদানি কৰি অনা পূজা নহয়; ই ভাৰতৰে নিজস্ব সৃষ্টি। ভাৰতবৰ্ষ নদ-নদী, বিল-খাল, হাবি-বননিৰে পৰিপূৰ্ণ গ্ৰীষ্ম প্ৰধান দেশ সকলো প্ৰকাৰ সাপৰ উৎপত্তি আৰু বসতিৰ কাৰণে ভাৰতৰ জলবায়ু বিশেষ উপযোগী। ভাৰতত যিমান প্ৰকাৰ সাপ দেখিবলৈ পোৱা যায় আন ক'তো ইমান বেছি সাপৰ প্ৰাধান্য দেখা নাযায়। গতিকে আদিম কালৰে পৰা ভাৰতবৰ্ষত মানুহে বিভিন্ন প্ৰকাৰ সাপৰ সংশ্ৰৱত আহিব লগা হোৱাত স্বাভাৱিকতে সাপক ভয় আৰু শ্ৰদ্ধাৰ চকুৰে চাইছিল আৰু ফলত সৰ্পপূজা ভাৰততেই উদ্ভৱ হোৱাও একো অসম্ভৱ নহয়[২]। দ্ৰাবিড়ী সকলতকৈও আগৰে পৰা ভাৰতত বসতি কৰা অষ্ট্ৰিক জাতিৰ মাজতো সাপ পূজা কৰা পদ্ধতি দেখা যায়। উদাহৰণ স্বৰূপে খাছীসকলৰ মাজত প্ৰচলিত 'খেন' নামৰ সৰ্পোৎসৱ উল্লেখ কৰিব পাৰি।

বৈদিক আৰ্য্যসকলৰ মাজত সৰ্পপূজা প্ৰচলিত নাথাকিলেও তেওঁলোক সৰ্পপূজাৰ লগত সম্পূৰ্ণ অপৰিচিত নাছিল। অতি প্ৰাচীন বৈদিক সাহিত্যত অৱশ্যে সৰ্পপূজাৰ কোনো উল্লেখ নাই; কিন্তু পৰৱৰ্ত্তী বৈদিক সাহিত্যত বিশেষকৈ অথৰ্ব্ব বেদত আৰু কোনো কোনো ব্ৰাহ্মণত 'সৰ্প-মন্ত্ৰ' পৰিদৃষ্ট হয়[৩]। গৃহ্য-সূত্ৰত গাৰ্হস্থ্য বিধি নিৰ্দ্দেশ প্ৰসঙ্গত সৰ্পপূজাৰ ব্যৱস্থা বিধিৰ বহল বিবৰণ আছে: আৰ্য্য সকলৰ মাজত পোন প্ৰথম অৱস্থাত সৰ্পপূজা প্ৰচলিত নাছিল যদিও পাছলৈ আৰ্য্য-পূৰ্ব্ব সৰ্প পূজকসকলৰ সংস্পৰ্শত আহি হয়তো সৰ্প পূজাকো তেওঁলোকৰ উপাসনা পদ্ধতিৰ একোণত ঠাই দিয়ে।

পৌৰাণিক আৰু বৌদ্ধ যুগত 'নাগ' নামেৰে এটা ক্ৰূৰ বুদ্ধি-বৃত্তি সম্পন্ন অথচ সৰ্পাকৃতি জাতিৰ বিবৰণ পোৱা যায়। ওল্ডহাম আদি পণ্ডিতে মহাভাৰত

(২) Hasting's Encyclopaedia of Religion and Ethics, vol, II, P 412.

(৩) The Atharva Veda contains numerous charms against serpent, and a rite of propitiation on the full moon day of Margasirsa. In the 'Brahmans' Serpents as developed objects of cult occupy a prominent place : Ibid.

পুৰাণ আদিত বৰ্ণিত হোৱা উক্ত 'নাগ' সমূহক আৰ্য্য বিদ্বেষী অনাৰ্য্য সৰ্প পূজক এটা মনুষ্য জাতিয়েই বুলি কব খোজে। মহাভাৰতৰ আস্তিক পৰ্ব্বত উক্ত নাগ জাতিৰ বিবৰণ বিশদভাৱে আছে। বৌদ্ধ গ্ৰন্থতো 'ইলাপত্ৰ'কে আদি কৰি কিছুমান নাগে বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰাৰ উল্লেখ আছে। বোধহয় এই জাতিটোৱে সাপক টটেম্ (Totem) স্বৰূপে ব্যৱহাৰ কৰাৰ হেতু আৰু স্বভাৱতে তেওঁলোক ক্ৰুৰ প্ৰকৃতিৰ হোৱাৰ কাৰণে নাগ বা সৰ্প নামেৰে অভিহিত হৈছিল। মহাভাৰত পুৰাণ আদিত বৰ্ণিত হোৱা উক্ত নাগ জাতিৰ ভিতৰৰ কোনো নাগক সম্পূৰ্ণ দেৱত্ব প্ৰদান নকৰিলেও প্ৰায় দুই এজনক দেৱতাৰ সমকক্ষ স্বৰূপে বৰ্ণনা কৰিছে। বাসুকি আৰু অনন্তক এই প্ৰসঙ্গত বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। ভাৰতৰ উত্তৰ পশ্চিম অঞ্চলত বিশেষকৈ কুলু উপত্যকাত এতিয়াও বাসুকি সৰ্পক বিভিন্ন মন্দিৰত পূজা কৰা হয়[৪]। অনন্ত আৰু বাসুকিয়ে এইদৰে পূজাস্থান লাভ কৰিলেও মহাভাৰত পুৰাণ বা বৌদ্ধ সাহিত্যত সৰ্পকুলৰ অধিষ্ঠাত্ৰী স্বৰূপে কোনো পূজনীয়া স্ত্ৰী দেৱতাৰ উল্লেখ নাই। মহাভাৰতত নাগকুলৰ মাতা কদ্ৰু আৰু বাসুকি ভগিনী আস্তিক মাতা, জৰৎকাৰীৰ বিৱৰণ আছে। কিন্তু এওঁলোক ক'তো পূজাৰ্হা হোৱা নাই; নাইবা পূজনীয়া দেবী স্বৰূপেও কল্পিত হোৱা নাই। বঙ্গদেশ আৰু অসমৰ মনসাদেবীৰ ভাব কল্পনাত জৰৎকাৰী বা কদ্ৰুৰ উল্লেখযোগ্য প্ৰভাৱ নাই বৰং মনসাদেবীৰ সৃষ্টিৰ মূল উৎস বিচাৰি অন্য স্থানলৈহে দৃষ্টি প্ৰসাৰ কৰিব লাগে।

তান্ত্ৰিক বৌদ্ধ সম্প্ৰদায়ৰ মাজত জাঙ্গুলী নামেৰে এগৰাকী সৰ্পদেবীৰ বিবৰণ আছে। বৌদ্ধ তান্ত্ৰিক গ্ৰন্থ "সাধন-মালাত" জাঙ্গুলী দেবীৰ পূজা প্ৰকৰণ আৰু ধ্যান পোৱা যায়। উক্ত গ্ৰন্থৰ ধ্যান মতে জাঙ্গুলী দেবী "সৰ্ব্ব শুক্লা, চতুৰ্ভুজা, একমুখা, শুক্ল-সৰ্প বিভূষিতা, বীণাপাণি, কোনো জন্তুৰ ওপৰত আসীনা। তেওঁ দুই হাতেৰে বীণাৰ সুৰ সাধন কৰিছে আৰু আন দুই হাতৰ এক হাতত সৰ্প, অন্য হাতত অভয় মুদ্ৰা।" এই জাঙ্গুলী দেবীৰ প্ৰাচীনতা আৰু উৎপত্তিৰ স্থল বিচাৰ কৰি পণ্ডিতসকলে অথৰ্ব্ব বেদত বৰ্ণিত হোৱা সৰ্প বিদ্যাবিশাৰদা বিষহৰী কিৰাত কন্যা[৫] আৰু সৰস্বতীলৈ আঙুলিয়ায়। অথৰ্ব্ব বেদত উক্ত কিৰাত কন্যা সৰ্পবিদ্যাবিশাৰদা হলেও তেওঁৰ চৰিত্ৰত দেৱত্ব

---

(৪) Indian Serpent Lore by Vogel

(৫) অথৰ্ব্ব বেদ—১০।৪।২৪

আৰোপ কৰা হোৱা নাই। অথৰ্ব্ব বেদত আৰু পোৱা যায় যে বীণাপাণি সৰস্বতীৰ অন্য গুণৰ ভিতৰত তেওঁ বিষনাশিনীও। সৰস্বতীৰ পৰবৰ্ত্তী ধ্যান কল্পনাত "সৰ্প বিষ নাশিনী" গুণটো পৰিত্যক্ত হ'ল। পণ্ডিতসকলৰ মতে অথৰ্ব্ব বেদোক্ত কিৰাত কন্যা আৰু সৰস্বতীয়েই সহযানী বৌদ্ধ সকলৰ হাতত জাঙ্গুলী দেবীৰূপে পূজিতা হবলৈ ধৰে। এই জাঙ্গুলীয়ে পাছলৈ মনসালৈ ৰূপান্তৰিত হয়। অৱশ্যে জাঙ্গুলীৰ পৰা মনসালৈ ৰূপান্তৰিত হওঁতে আৰু কিছুমান প্ৰভাৱৰ মাজেদি যোৱাৰ প্ৰমাণ পোৱা যায়। জাঙ্গুলীয়েই যথা ৰূপত মনসালৈ ৰূপান্তৰিত হোৱা নাই। তান্ত্ৰিক জাঙ্গুলীৰ লগত যে মনসা দেবীৰ ঘনিষ্ঠ সম্পৰ্ক সেই কথা বঙ্গদেশত প্ৰচলিত মনসা দেবীৰ নিম্নোদ্ধৃত ধ্যানটোৱেই প্ৰমাণ দিয়ে—

কান্ত্যা কাঞ্চন সন্নিভাং সুবদনাং পদ্মাননাং শোভনাং।
নাগেন্দ্ৰে কৃতশেখৰাং ফণীময়ীং দিব্যাঙ্গ ৰাগান্বিতাং॥
চাৰ্ব্বঙ্গীং দধতীং প্ৰসাদমভয়ং নিত্যং কৰাভ্যাং মুদা।
বন্দে শঙ্কৰপুত্ৰিকা বিষহৰীং পদ্মোদ্ভবাং জাঙ্গুলীং॥[৬]

আনহাতে আকৌ মনসাদেবীৰ কিছু সাদৃশ্য সৰস্বতীদেবীৰ লগতো যে আছে সেই কথা অসমীয়া মনসা পূজা বিধিৰ পৰা হুবহু উদ্ধৃত কৰি দিয়া তলৰ মনসাদেবীৰ ধ্যান আৰু স্তুতিটোৱেই নিৰ্দ্দেশ কৰে—

(১) ওঁ পদ্মাৱতীং মহাভাগাং সৰ্ব্বদা ভক্ত-বৎসলাং।
ত্ৰিলোচনাং চতুৰ্বাহু কিৰীটি কুণ্ডলান্বিতাং॥
দেবীং বিষহৰীং গৌৰীং নীল নাগদধৎকচাং।
তক্ষক অনন্ত বাসুকি মুকুটচন্দ্ৰ শেখৰাং॥
কুলিকেন চ নাগেন সব্যশ্ৰৱণৰাজিতাং।
তপ্তকাঞ্চনবৰ্ণাভাং নাগযজ্ঞোপৱীতিনীং॥
শঙ্খপাল বৰাভ্যঞ্চ দক্ষহস্তমহোজ্বলাং।
কম্বলেনাভয়ে নৈব সব্যপাণি বিভূষিতাং॥
ধূম্ৰ বৰ্ণেন নাগেন কেয়ূৰ নব যৌৱনাং।

(৬) Iconography of Buddhist and Brahminical Sculputures in the Decca Museum by N. N. Bhattasali.

স্বৰ্ণ বৰ্ণেন নাগেন কঙ্কন সুপ্ৰতিষ্ঠিতাং ॥
কুন্দ বৰ্ণেন নাগেন কটীসূত্ৰ বিৰাজিতাং।
ৰক্তবস্ত্ৰ পৰিধানা পদ্মাসন সমন্বিতাং ॥
চতুৰ্ভিৰাজ হংসৈশ্চ বিমান বৰগামিনীং।

(২) ওঁ দেবীং কিৰীটি কুণ্ডল ধৰাং শিৰচন্দ্ৰ বিভুষিতাং ॥
জটাজুট সমাযুক্তা পীনোন্নত পয়োধৰাং।
নয়নোৎপল পত্ৰাভাং শাৰদিন্দু সমাননাং ॥
নাগ হাৰেণ সংযুক্তাং ত্ৰিনেত্ৰাং বৰদাং শিবাং।
বাল কদম্বগৌৰাভাং পদ্মাং পদ্মকৰাং শুভাং ॥
নানালংকাৰ সংযুক্তাং হংসাৰূঢ়াবৰপ্ৰদাং।
সুৰৈশ্চস্তুয়মানাং ত্বাং নাগমাতৰমম্বিকাং ॥

ওপৰৰ বৰ্ণনাৰ পৰা মনসাদেবীৰ লক্ষণ সমূহ ফঁহিয়াই চালে দেখা যায় মনসাদেবী হংস বাহনস্থা, গৌৰবৰ্ণা আৰু বিষহৰী। এই তিনিওটা বিশেষত্ব বৈদিক সৰস্বতীৰ ক্ষেত্ৰতো দেখা যায়। ইয়াৰ উপৰিও মনসাদেবীৰ ব্ৰহ্মাণী বিশেষণটোৱে সৰস্বতীৰ লগত সম্বন্ধ সূচনা কৰে। মনকৰ দুৰ্গাবৰৰ পদপুথিত মনসাক ব্ৰহ্মাণী আখ্যা দিছে। ব্ৰহ্মাৰ পত্নী সৰস্বতী, এই কাৰণে সৰস্বতীক ব্ৰহ্মাণী বুলিও জনা যায়। দ্বিতীয়তে মনসাক নাগমাতা ( নাগমাতৰমম্বিকাং ) বুলিও স্তুতি কৰা হয়। মহাভাৰতত নাগমাতা হ'ল কশ্যপঋষিৰ অন্যতমা পত্নী কদ্ৰু। অৰ্ব্বাচীন বৈদিক আখ্যান সুপৰ্ণাধ্যায়ত কদ্ৰু সম্বন্ধে এই কথা জনা যায় যে কোনো এসময়ত দেৱতা সকলৰ যজ্ঞভূমিত বিশেষ অপৰাধজনক কাম কৰাৰ কাৰণে কদ্ৰু কণা হয়[১]। মনসাদেবীও জনসমাজত কাণী মনসা ৰূপে জনা যায়। সময়ত নাগমাতা কদ্ৰুৰ কাণত্ব মনসাৰ ক্ষেত্ৰতো সংযোগ কৰি দিয়া হৈছে। তৃতীয়তে প্ৰশ্ন হয় সৰস্বতীয়েই বা জাঙ্গুলীয়েই মনসা নামটো পালে কেনেকৈ ? আগতে উল্লেখ কৰি অহা হৈছে যে মনসাদেবী বৈদিক দেৱী নহয়। বৈদিক সাহিত্য, মহাভাৰত আৰু প্ৰাচীন পুৰাণ সমূহত মনসাদেবীৰ নাম গোন্ধেই নাই। নাম বুজাবৰ কাৰণে ব্যৱহৃত হোৱা মনসা শব্দটোৱেই ব্যাকৰণ দোষদুষ্ট, কাৰণ মনস্ শব্দৰ তৃতীয়াৰ এক বচনত মনসা হয়, আৰু অৰ্থ

(১) Indian Serpent Lore by Vogel, P 54.

হয় 'মনৰ দ্বাৰা'। সংস্কৃত ব্যাকৰণ অনুসাৰে অভিধেয় বা নাম বুজাবলৈ প্ৰথমা ব্যতিৰেক অন্য বিভক্তি প্ৰয়োগ হব নোৱাৰে। অতি অৰ্ব্বাচীন দ্বাদশ ত্ৰয়োদশ শতিকাত ৰচিত হোৱা দুই এখন সংস্কৃত পুৰাণত মনসা দেবীক পৌৰাণিক দেৱদেৱীৰ জাতত তুলি লৈ মনসা শব্দটোৰো এটা কৃত্ৰিম নিৰুক্তি দিবলৈ চেষ্টা কৰিছে। মনসাৰ জন্ম কাহিনী ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত ( প্ৰকৃতি খণ্ড ) আৰু দেৱীভাগৱতত ( নৱম স্কন্ধত ) বৰ্ণনা কৰা হৈছে। দুয়োখন পুৰাণেই দশম শতিকাৰ পাছত ৰচিত হোৱা বুলি পণ্ডিত সকলে বিশ্বাস কৰে। এই দুয়োখন পুৰাণৰ মতে পদ্মাদেবী কশ্যপ ঋষিৰ মানস কন্যা; এই কাৰণেই তেওঁক মনসা বোলে। ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত মনসা শিৱৰ শিষ্যা আৰু কৃষ্ণ ভক্তা। কৃষ্ণক সন্তুষ্ট কৰি সিদ্ধি লাভ কৰাৰ পাছত মনসা ত্ৰৈলোক্য পূজিতা হয়। ইয়াৰ পাছত কশ্যপ ঋষিয়ে তেওঁক জৰৎকাৰু মুনিৰ লগত বিয়া দিয়ে। এই আখ্যানত মনসাক মহাভাৰতৰ আস্তিক পৰ্ব্বত বৰ্ণনা কৰা বাসুকি ভগিনী জৰৎকাৰীৰ লগত একে কৰি পেলাইছে আৰু কশ্যপৰ কন্যা, শিৱৰ শিষ্যা, কৃষ্ণৰ পৰম ভক্তা স্বৰূপে বৰ্ণনা কৰি এটি আভিজাত্য দিবৰ চেষ্টা কৰা হৈছে। ব্ৰহ্মবৈৱৰ্ত্ত বৈষ্ণৱ পুৰাণ আৰু বৈষ্ণৱ পুৰাণ সমূহত প্ৰায়ে শিৱক বিষ্ণুভক্ত স্বৰূপে দেখুৱাৰ প্ৰচেষ্টা দেখা যায়। গতিকে মনসাক শিৱৰ শিষ্যা স্বৰূপে বৰ্ণনা কৰি গুৰু শিষ্যা দুইকো বৈষ্ণৱ সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত কৰাৰ পুৰাণকাৰৰ প্ৰচেষ্টা স্পষ্ট ভাবে প্ৰকাশ পাইছে। সম্ভৱতঃ উক্ত পুৰাণদ্বয় ৰচনা কৰাৰ সময়ত অনাৰ্য্যা দেবী মনসাৰ পূজা জন সমাজত বিশেষ ভাবে প্ৰচলিত আছিল। পুৰাণকাৰে অন্যান্য হিন্দুদেবীৰ শাৰীত তুলি সকলো শ্ৰেণীৰ হিন্দুৰ গ্ৰহণীয় কৰিবৰ কাৰণে অনাৰ্য্যাদেবী মনসাক পুৰাণত স্থান দি আৰু অন্য হিন্দু দেৱ দেবীৰ লগত সংযোগ স্থাপন কৰি এক প্ৰকাৰ ধৰ্ম্ম-মৰ্য্যাদা দিয়ে।

বঙ্গদেশৰ মনসা পূজা সম্পৰ্কে আলোচনা কৰা পণ্ডিত মণ্ডলীয়ে 'মনসা' শব্দটোৰ ব্যাখ্যা পুৰাণে যিয়েই নিদিয়ক ই মূলতঃ সংস্কৃত শব্দ নহয় বুলি কব খোজে। ই এটা নাম বাচক অনাৰ্য্য শব্দৰ সংস্কৃত ৰূপ। তেওঁলোকৰ মতে মনসা শব্দটো দ্ৰাবিড়ী 'মঞ্চম্মা' শব্দৰ ৰূপান্তৰ। দাক্ষিণাত্যত মঞ্চম্মা, নাগম্মা, মুদাম্মা আদি বিভিন্ন নামেৰে বিভিন্ন ঠাইত সৰ্পদেবীৰ পূজা হয়। এই দেবীৰ তলছোৱা সৰ্পাকৃতি, ওপৰছোৱা মানবী, আৰু দুহাতে দুটা সৰ্প শিশু ধৰি থাকে। পণ্ডিত সকলৰ মতে দাক্ষিণাত্যৰ পৰা আহি বঙ্গদেশত ৰাজ্য স্থাপন কৰা

সেন ৰজা সকলেই খৃষ্টীয় একাদশ দ্বাদশ শতাব্দীত মঞ্চম্মা দেবীকো বঙ্গদেশলৈ আমদানি কৰে। বৌদ্ধ তান্ত্ৰিক সৰ্পদেবী জাঙ্গুলীৰ তেতিয়া হীন অৱস্থা; কাৰণ বৌদ্ধ ধৰ্ম্ম সেই সময়ত লুপ্ত প্ৰায়। তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ ঠাইত বঙ্গদেশত তেতিয়া শৈৱ আৰু শাক্ত ধৰ্ম্মই মূৰ তুলি উঠিছে। গতিকে বৌদ্ধ দেবী জাঙ্গুলী নতুনকৈ প্ৰবৰ্ত্তিত হোৱা মঞ্চম্মা বা মনসাৰ লগত একীভূত হৈ গ'ল। ডাঃ নলিনীনাথ ভট্টশালীয়ে জাঙ্গুলী আৰু মঞ্চম্মাৰ অভেদত্ব সম্বন্ধে এনেদৰে লিখিছে,—"The Senas came from Southern India and settled in Bengal in the middle of the 11th Century A.D. They very likely favoured the worship of snake Goddess 'Mancha' and their rise probably gave an impetus to her popularity. The decline of Buddhism by this time gradually transfered the honours paid to Janguli to Mancha who fast became Manasa at the hand of the Brahmin Theologists."

অসমীয়া মনসা পূজাৰ বেদীৰ বিভিন্ন খলপাক এতিয়াও মঞ্চ বোলা হয় আৰু মনকৰৰ পদ্মা পুৰাণত মঞ্চ শব্দটোৰ প্ৰচুৰ প্ৰয়োগ লক্ষণীয়। সম্ভৱতঃ এনে হব পাৰে যে কালক্ৰমত মঞ্চম্মা শব্দৰ মৌলিক অৰ্থ মানুহে পাহৰি গৈ 'বেদী' অৰ্থকেই গ্ৰহণ কৰিলে।

ওপৰৰ আলোচনাৰ পৰা এইটো সুস্পষ্ট ভাবে ধৰিব পাৰি যে বৰ্ত্তমান বঙ্গদেশ আৰু নামনি অসমত পূজিতা মনসাদেবী দ্ৰাবিড়, বৌদ্ধ আৰু ব্ৰাহ্মণ্য ধৰ্ম্মৰ শঙ্কৰ-সৃষ্টি।

মনসা সম্বন্ধে জনসমাজত প্ৰচলিত আখ্যান আৰু পদ পুথি সমূহৰ পৰা মনসা পূজাৰ অভ্যুত্থানৰ লগত যে শৈৱ আৰু শাক্ত ধৰ্ম্ম কিছু পৰিমাণে জড়িত আছে সেই কথা ধৰিব পাৰি। শিৱ আৰু মনসা দুয়ো গৰাকী দেৱতাৰে সাপৰ লগত সম্বন্ধ। তাৰোপৰি মনসাৰ নিচিনাকৈ মহাদেৱো বৈদ্যনাথ বিষনাশক। গতিকে মহাদেৱ আৰু মনসাক সম্বন্ধযুক্ত কৰি দিয়া অতি সহজ হৈ পৰিল। নতুনকৈ দেৱতাৰ শাৰীত প্ৰবেশ কৰা মনসাদেবীক মহাদেৱৰ শিষ্যা বা কন্যা ৰূপে বৰ্ণনা কৰি শৈৱ সম্প্ৰদায়ৰ বিদ্বেষ বা কোপদৃষ্টি আঁতৰাবৰ ইও এক মনসাৰ ভক্তসকলৰ গূঢ় অভিসন্ধি যেন লাগে। শিৱ আৰু শক্তিৰ পূজা মনসা পূজাতকৈ প্ৰাচীন গতিকে নতুনকৈ প্ৰবৰ্ত্তিত আৰু প্ৰচাৰিত হোৱা মনসা দেবীৰ

পূজাই শিৱ আৰু শক্তি পূজক সকলৰ পৰা বাধা পোৱা স্বাভাবিক। শিৱ শক্তিৰ প্ৰধানভক্ত চন্দ্ৰধৰৰ লগত মনসাদেবীৰ বিৰোধ আৰু চণ্ডীকাই ঈৰ্ষা যুক্ত হৈ মনসাৰ চকু এটা ফুটাই দিয়া আখ্যানৰ অন্তৰালত মনসা পূজক সকলে প্ৰথম অৱস্থাত শৈৱ আৰু শাক্ত সম্প্ৰদায়ৰ পৰা পোৱা বাধাৰ ইতিহাস লুকাই থকা যেন লাগে। এই ক্ষেত্ৰত শৈৱ সম্প্ৰদায়তকৈয়ো শাক্ত সম্প্ৰদায়ৰ পৰাই অধিক বাধা প্ৰাপ্ত হৈছিল। কিয়নো মনসা চণ্ডীৰ প্ৰতিদ্বন্দী স্ত্ৰীদেৱতা। মনসাক শঙ্কৰৰ কন্যা আৰু চণ্ডীকাৰে এক অভিব্যক্তি বা কলা বুলি মনসা ভক্ত সকলে স্বীকাৰ কৰি লোৱাৰ পাছত হয়তো বিৰোধৰ উপশম ঘটিল। বৰ্ত্তমান মনসা পূজক সকলে মনসাদেবীক চণ্ডীৰে এক অভিব্যক্তি বুলি মানি পূজা কৰে। শিৱা, অম্বিকা, যোগিনী, কামৰূপা, গৌৰী আদি চণ্ডীকাৰ নাম সমূহ মনসাৰ ক্ষেত্ৰতো প্ৰয়োগ কৰা হয়। কবি মনকৰ আৰু দুৰ্গাবৰৰ মনসাৰ কাহিনীৰ অনেক ঠাইত মনসাদেবী বাহুৰা আৰু ব্ৰহ্মাণী বুলি আখ্যাত হৈছে। ডাঃ কাকতিদেৱৰ মতে 'বাহুৰা' শব্দটো 'বাসুলী' শব্দৰেই অপভ্ৰংশ। সেয়ে হলে বাহুৰা নামেও মনসাক চণ্ডীকাৰ লগত অভেদৰূপে দেখুৱায়।

এই খিনিতে অসমীয়াৰ পদ্মাপুৰাণত সততে ব্যৱহৃত হোৱা মনসাদেবীৰ আন এটা বিশেষণো মন কৰিব লগীয়া। মনসাক কাব্যৰ বহু ঠাইত তোতোলা বা তোতলা বিশেষণেৰে বিভূষিত কৰা হৈছে। তোতোলা শব্দটোৰ অসমীয়াত ব্যৱহাৰ নাই। কিন্তু বঙ্গালী ভাষাত খোনা বা বোকোৰা অৰ্থত ব্যৱহাৰ হয়। মনসাদেবীক সৰ্প বিভূষিতা, কাণী, আৰু খোনা আদি বিভৎস ৰূপৰ অপূৰ্ব্ব সমাবেশ ৰূপে সৃষ্টি কৰি অভক্তৰ পৰা পূজা অৰ্চ্চনা আদায় কৰা ইয়ো এক উপায়নেকি? বঙ্গদেশৰ মনসা মঙ্গল কাব্য সমূহত পদ্মাদেবীৰ এই বিশেষণ পোৱা নাযায়। অৱশ্যে প্ৰায় বিলাক গ্ৰাম্য দেৱ-দেৱীৰ ৰূপ কল্পনাত এনে বিভৎসতা লক্ষ্য কৰা যায়।

মনসা পূজাত সিজু গছৰ ঠানি বিশেষ ভাবে প্ৰয়োজনীয়। সিজুৰ ঠানিত মনসাদেবীৰ নিবাস বুলি বিশ্বাস কৰা হয়। বঙ্গালী মঙ্গল কাব্যত মনসাদেবীৰ সিজুৱা পৰ্ব্বতত নিবাস বুলি বৰ্ণনা আছে। কবি মনকৰৰ এঠাইত আছে—

"পূজে বিষহৰী এক চিত্ত কৰি শতদল কমল ফুলে।
মাটিৰ ভাড়ি সিজুৰ ডালি পূজে বাৰিষাৰ কালে ॥পৃঃ ১১

ফাগুছন চাহাবে তেওঁৰ "Tree and Serpent Worship" নামৰ গ্ৰন্থত সৰ্প পূজাৰ লগত গছ—পূজাৰ ঘনিষ্ট সম্পৰ্ক দেখুৱাইছে। কছাৰী বিলাকৰ মাজত এতিয়াও সিজু গছক দেৱতা জ্ঞান কৰি পূজা কৰা হয়। মনসা পূজাত সিজুৰ ঠানিয়ে সৰ্পপূজাৰ এটা আদিম স্তৰলৈ আঙুলিয়াই দিয়ে। এই প্ৰসঙ্গতে Vogel-ৰ নিম্নোদ্ধৃত মত প্ৰণিধান যোগ্য—"Serpent worship is closely associated with tree worship. Sometimes the snake is supposed actually to reside in the tree and in all probability was originally conceived as its spirit." ( P 270-271 )

## ২। কামৰূপত মনসা পূজাৰ প্ৰবৰ্ত্তন আৰু বিশেষত্ব

মনসা পূজা কেৱল, কামৰূপ গোৱালপাৰা আৰু মঙ্গলদৈ অঞ্চলতহে প্ৰচলিত আছে। মধ্য অসম বা উজনি অসমত মনসাদেৱীৰ পূজা নাই। সম্ভৱতঃ মনসা পূজা বঙ্গদেশৰ পৰা আহি অসমৰ পশ্চিমাঞ্চলত থিতাপি লয়। সান্নিধ্যৰ কাৰণে অসমৰ পশ্চিমঞ্চলৰ লগত পূৰ্ব্ব বঙ্গৰ সম্বন্ধ হোৱাটো স্বাভাৱিক। তাৰোপৰি বঙ্গদেশৰ উত্তৰপূব অঞ্চল প্ৰাচীন কামৰূপ বা কমতা ৰাজ্যৰ ভিতৰুৱা আছিল। বঙ্গদেশৰ ভিতৰত উত্তৰ পূব অঞ্চলতেই মনসা পূজাৰ প্ৰাধান্য লক্ষ্য কৰা হৈছে। খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰা কামৰূপত মুছলমান আক্ৰমণ সঘনে হবলৈ ধৰে; আৰু বহুতো মুছলমানে ইয়াত স্থায়ী ভাবে বসতি কৰিবলৈকো লয়। এইদৰে ঘনাই আক্ৰমণ আৰু অহা-যোৱাৰ ফলত বঙ্গদেশত প্ৰচলিত লৌকিক ধৰ্ম্ম পদ্ধতিও অসমত সোমায়। কামৰূপ মঙ্গলদৈ অঞ্চলত এটা জনপ্ৰবাদ আছে যে, মৰিয়াবিলাকে পোন প্ৰথমে মনসাদেৱীৰ পূজা কামৰূপত প্ৰবৰ্ত্তন কৰে। মনসা সম্বন্ধীয় পদ পুথি সমূহেও উক্ত জন-প্ৰবাদ সমৰ্থন কৰিছে। মনকৰৰ পদ্মা পুৰাণৰ জাগৰণী গীতত দেৱ-দেৱী, ব্ৰতী আদিক জগাই তোলাৰ লগতে মাৰিয়া, মাৰয়ানীকো জগাইছে।

এইদৰে মঙ্গলদৈ অঞ্চলৰ প্ৰচলিত মনসাদেবীৰ গীতত মনসাক কেনেকৈ পূজা কৰিব লাগে এইদৰে বুজাই দিছে—

( দিহা ) "থাপনাক বান্ধিবা, মণ্ডপ কমাইবা, পূৰ্ণ ঘণ্ট বসাইবা আসনে,
চাৰি দেলি কদলীকাৰ বাৰি, ওপৰে চন্দ্ৰোৱা টানি
চতুৰ্পাশে আৰিবা চোৱঁাৰ।
আখৈ চিৰাকল, দধি দুগ্ধ মধুফল
বহু বিদ্ধ দিবা উপহাৰ।
আগে গণেশ পূজি বিষ্ণু আদি দেৱ হৰি
উৎসৰ্গিবা বেদ শাস্ত্ৰ চায়া।
এক চিত্তে মন কৰি আনেক ধাৰণ ধৰি
সংযমে থাকিবা উপবাসে।
সুন্দৰ ঘণ্ট দৰশিবা সংকল্প আচৰিবা
সাদৰে কৰিবা বহুমান।
ঘৃতৰ ঔষধি দিবা পূজা সম্পাদিবা
অঞ্জলি ভৰিয়া দিবা ফুল।

ওপৰোক্ত মতে পূজা কৰিলত :—

"তুষ্ট হুয়া ব্ৰহ্মাণী মাৰিয়াক বোলে বাণী
ধন জন বাঢ়িবো অপাৰ।"
তুষ্ট হৈয়া পদ্মাৱতী দেখা দিলা তাৰ
থাপনাত বসিয়া মাৰিয়াক দিলা বৰ॥[১]

প্ৰায় কুৰি বছৰৰ আগলৈকে মনসা পূজাত গীত-পদ গাওঁতা বেছি ভাগ ওজাই মুছলমান আছিল। নাৰায়ণ দেৱৰ পদ্মা পুৰাণৰ অন্তৰ্গত 'হাচান হুচেন' অংশয়ো মনসা পূজাৰ প্ৰচাৰত মুছলমান সকলৰ অৱদান সূচিত কৰে।

মুঠতে এই কথা প্ৰায় নিশ্চিত যে মনসা পূজা উত্তৰ পূব বঙ্গৰপৰা আহি কামৰূপ গোৱালপাৰা অঞ্চলত থিতাপি লৈছিল ; আৰু মুছলমান সকলৰো এই পূজা প্ৰচাৰ কৰাত যথেষ্ট হাত আছে বুলি অনুমান হয়। পূৰ্ব্ব বঙ্গতো মনসা মঙ্গলৰ গীত মুছলমান ওজা বিলাকৰ মাজত বেছি প্ৰচলিত আছিল।

---

(১) শ্ৰীযুক্ত ভবানন্দ ৰাজখোৱা এম্-এৰ পৰা প্ৰাপ্ত 'মনসা-সংগ্ৰহ'

আগতে উল্লেখ কৰি অহা হৈছে যে, মনসাদেবীক শক্তিৰেই এক অভিব্যক্তি বুলি ধৰা হয়। শক্তি পীঠ কামৰূপত গতিকে সহজেই ইয়াত মনসাই স্থান লাভ কৰিলে। এতিয়াও কামাখ্যাত মনসা পূজা আৰু মনকৰ আৰু দুৰ্গাবৰৰ মনসা গীতিৰ প্ৰাদুৰ্ভাব দেখা যায়।

কামৰূপত মনসাদেবীয়ে ক্ষমতাৰ পৰিধি বহুতখিনি বঢ়লাই ললে। মনসাদেবী কেৱল সৰ্পৰ অধিষ্ঠাত্ৰী দেবীয়েই হৈ নাথাকি মাৰি-মৰক, অপায় অমঙ্গল বিনাশিনী আৰু পুত্ৰ, ধন-ঐশ্বৰ্য্যদাত্ৰী দেবীত পৰিণত হ'ল। মনসাক পূজা কৰিলে নিধনাৰ ধন, অপুত্ৰকৰ পুত্ৰ লাভ হয়। এওঁ অসন্তুষ্ট হলে মাৰি-মৰক, অপায়-অমঙ্গল বৃদ্ধি পায়। মাৰি-মৰকৰো অধিষ্ঠাত্ৰী দেবী বুলিয়েই বোধকৰো মনসাদেবীৰ কামৰূপত অন্য নাম 'মাৰৈ' দেবী। 'মাৰক' বা মাৰিকা শব্দৰ পৰাই সম্ভৱতঃ মাৰৈ শব্দ হৈছে। দক্ষিণ ভাৰতত কলেৰা বসন্ত আদি ভয়াবহ আৰু সংক্ৰামক ব্যাধিৰ অধিষ্ঠাত্ৰী দেবী হ'ল 'মাৰাম্মা' বা 'মাৰিআম্মা'*। আমাৰ দেশত আইৰ নামত উল্লেখ থকা আইৰ সাতোভনীৰ দৰে মাৰিআম্মাৰ সাতগৰাকী বাই-ভনী; এওঁলোকক হাঁহ-পাৰ ছাগলী আদি বলি দি সন্তুষ্ট কৰা হয়। মনসা পূজাতো হাঁহ-পাৰ মহ-ছাগলী বলি দিয়া হয়। মনসাদেবী যদি প্ৰকৃততে দক্ষিণ ভাৰতৰ দেৱী হয় তেন্তে মনসাৰ লগতে মাৰিআম্মায়ো প্ৰবেশ লাভ কৰিলেনেকি এনে এটা সন্দেহ হয়। ভাৰতীয় সংস্কৃতিত দ্ৰাবিড়ী সকলৰ দান বোধহয় সকলোতকৈ অধিক। পণ্ডিতসকলে কয় যে, হিন্দুৰ ফুল-জল দি পূজা কৰা পদ্ধতিটোৱেই দ্ৰাবিড়ী অৱদান। আমাৰ মাৰৈ দেবীৰ লগত মাৰিআম্মাৰ কিবা সম্বন্ধ থাককেই বা নাথাকক নাম বিষয়ক সাদৃশ্য মন কৰিব লগীয়া। বড়ো সকলে নাগ পূজাক মাৰৈ পূজা বোলে। গতিকে 'মাৰৈ' নামটো বড়ো সকলৰ পৰাও লোৱা সম্ভাৱনা।

কামৰূপৰ মনসা পূজাৰ লগত জড়িত আন এটা ৰীতি প্ৰণিধান যোগ্য; সেয়ে হৈছে দেওধনী নৃত্য। কছাৰী বিলাকৰ 'মাৰৈ' পূজাত দেওধনী উঠা এটা অপৰিহাৰ্য্য অঙ্গ। বঙ্গদেশৰ মনসা পূজাত দেওধনী পদ্ধতিটো নাই। কোনো পৰ্ব্ব বা উৎসৱ উপলক্ষত পূজাৰী বা পুৰোহিত শ্ৰেণীৰ মানুহৰ গাত গোসাঁনী বা দেৱতা লম্ভি কেচা তেজ পি ভৱিষ্যত বাণী কৰা প্ৰথা আদিম সমাজৰ

(১) Whitehead : Village Gods of South India, P 29-30-115-117

বস্তুতে পৰিলক্ষিত হয়। সম্ভৱতঃ কছাৰী বিলাকৰ পৰাই এই দেওধনী প্ৰথা হিন্দু সকলৰ মনসা পূজাত গোৱা ওজা-পালিৰ ভিতৰত প্ৰবেশ কৰিছে। দেওধনীৰ নৃত্যত কোনো লয় নাই। দেওধনীয়ে মুকলি চুলিৰে আউলী বাউলী হৈ কঁপি কঁপি মূৰ-ভৰি জোকাৰি উন্মত্ত ভাবে নৃত্য কৰে। ভৰত নাট্যৰ লগত ইয়াৰ সম্বন্ধ বিচাৰি যোৱা বিৰম্বনা মাত্ৰ। দক্ষিণ ভাৰতৰ কানাড়া অঞ্চলত সৰ্পদেৱতাৰ উৎসৱত আমাৰ দেশৰ দৰেই দেওধনী উঠি ভৱিষ্যত বাণী কৰা প্ৰথা এতিয়াও আছে[১০]। বোধহয় দেওধনী প্ৰথাটো মনসা পূজাত এনে ধৰণে সোমাবলৈ পালে। ওপৰত উল্লেখ কৰি অহা হৈছে যে কামৰূপত মনসা চৰিত্ৰৰ দুটা ফাল দেখা যায়। এহাতে তেওঁ সৰ্পৰ দেবী আৰু আন হাতে মাৰি মৰকৰ দেবী। মনসা চৰিত্ৰৰ দ্বিতীয় অভিব্যক্তিৰ লগত দেওধনীৰ সম্বন্ধ। গতিকে দেওধনী মাথোঁ দেবীৰ উৎসৱ বা পূজাৰ অংশ। বস্তুতো আদিম জাতিৰ মাজত মাৰি মৰক উপশম বা দূৰ কৰিবলৈ পতা অনুষ্ঠানত এনেকৈ দেওধনী উঠা দস্তুৰ আছে। দেওধাই বা দেওধনী উঠা প্ৰথাটো মাৰি মৰক ব্যাধি সম্বন্ধীয় উৎসৱ বা অনুষ্ঠানৰ লগত সদায় জড়িত। এই খিনিতে এটা কথা মন কৰিব লগীয়া যে শাস্ত্ৰীয় মনসা পূজাৰ বিধিৰ লগত দেওধনী বা ওজা পালিৰ কোনো সম্বন্ধ নাই ; এই দুয়োটা মনসা পূজাৰ বহিৰঙ্গ প্ৰথা।

কামৰূপৰ মনসা পূজাত ধৰ্ম্মৰ ঘট বুলি জলপূৰ্ণ ঘট এটি থোৱা হয়। এই ধৰ্ম্মৰ ঘটৰ জল হৈছে নদী বা পুখুৰীত জলৰূপী নাৰায়ণক পূজা কৰা জল। মনসা পূজা বিধিত ধৰ্ম্মৰ যি ধ্যান পোৱা যায় সেই ধ্যান মতে ধৰ্ম্মক "নানা ৰত্নোল্লসিতবিবিধনিযুত আপীতবস্ত্ৰ বিষ্ণুং, বন্দে দৰ-কমলকৌমোদকিং চক্ৰপাণিং—ইতি ধৰ্ম্মায় নমঃ" বুলি প্ৰণাম কৰা হয়। এই ধৰ্ম্মপূজাৰ জলেৰে মনসাক স্নান কৰোৱা হয়। মঙ্গলদৈ অঞ্চলৰ মনসা পূজা প্ৰসঙ্গত আন দেব দেবীৰ লগত ধৰ্ম্মৰো এভাগ পূজা হয়। এই ধৰ্ম্মৰূপী নাৰায়ণ শ্বেতবৰ্ণ আৰু তেওঁৰ উদেশ্যে বগা পাৰ এযোৰ উৎসৰ্গ কৰা হয়। মঙ্গলদৈ অঞ্চলত প্ৰচলিত ধৰ্ম্মদেৱতা সম্বন্ধীয় গীতৰ এছোৱা উদ্ধৃত কৰি দিয়া গ'ল—

ধৰম পূজা লওৰে নামিয়া দেৱগণ<br>
শীঘ্ৰে নামি পূজা লৌ।<br>
মণ্ডপ ভিতৰে পূজা লৌ॥

(১০) Indian Serpenter Lore, P. 273

ধৱল আসন ধৱল বসন
শূন্যে ৰথে নামি আইল অনাদি ধৰম
গায়ো গীত চন্দ্ৰপতি হৰে দিয়া বৰ।
ধৰ্ম্ম দেৱৰ পাৱে বন্দি পশিলো শৰণ ॥*

মনকৰ আৰু দুৰ্গাবৰৰ পদ ৰচনাত ধৰ্ম্ম দেৱতাৰ উল্লেখ আৰু বন্দনা আছে—

(১) সাত পাঞ্চ নৰে কহে ধৰ্ম্মেৰ কাহিনী। পৃঃ ১৪
(২) গৰ্দ্ধ অঙ্গ মহাদেৱ অৰ্দ্ধ অঙ্গ ধৰ্ম্ম। পৃঃ ১০
(৩) ধৰ্ম্ম কৰ্ম্ম বন্দিয়া গাইবো গঙ্গা পাৰ্ব্বতী। পৃঃ ১৭
(৪) ধৰ্ম্মৰ যে নামত প্ৰথমে ডুব দিলা। পৃঃ ৮৯

পশ্চিম বঙ্গত ধৰ্ম্ম দেৱতাৰ পূজা বা ধৰ্ম্মৰ দেৱতাৰ গাজন বাৰদিন ব্যাপি এতিয়াও হয় আৰু ধৰ্ম্ম দেৱতাৰ কীৰ্ত্তি কাহিনীক কেন্দ্ৰ কৰি বহুতো ধৰ্ম্ম মঙ্গল কাব্য ৰচিত হৈছে। বহু পণ্ডিতৰ মতে এই ধৰ্ম্ম দেৱতা মূলতঃ আদি বাসীৰ গ্ৰাম্য দেৱতা, যদিও পাছলৈ ই তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ মাজেদি কিছু ৰূপ সলনি কৰি শেহান্তৰত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱত বিষ্ণুত পৰিণত হল। সম্ভৱতঃ ধৰ্ম্মদেৱতাই প্ৰতিকূল অৱস্থাৰ কাৰণে মনসা পূজাৰ মাজত আত্মগোপন কৰি ৰব লগা হ'ল।

মনসাদেবীৰ পূজা চ'ত মাহৰ পৰা আৰম্ভ কৰি বাৰিষা কেই মাহতে পতা হয়, বিশেষকৈ শাওণ মাহটো ইয়াৰ নিমিত্তে প্ৰশস্ত।

মনসা পূজাত দেবীৰ কীৰ্ত্তি কাহিনী আৰু প্ৰশস্তিবচন যুক্ত পয়াৰ পাঁচালী কীৰ্ত্তন কৰা এটা প্ৰধান অঙ্গ। মনসা অৰ্ব্বাচীন লৌকিক দেৱতা, গতিকে দুই এখন আপেক্ষিক আধুনিক পুৰাণত মনসাদেবীৰ উল্লেখ বা সামান্য বৰ্ণনা থাকিলেও বিশদ কীৰ্ত্তি কাহিনী সংস্কৃত সাহিত্য ( পুৰাণ ) সমূহত পোৱা নাযায়। মনসা দেবী হিন্দুৰ দেৱতাৰ শাৰীলৈ উঠে সকলোতকৈ পাছত। এই সময়ত লাহে লাহে প্ৰাদেশিক ভাষা সমূহে সংস্কৃতৰ ঠাই লবলৈ উপক্ৰম কৰিছে। গতিকে মনসা দেবীৰ বিশদ কীৰ্ত্তি কাহিনী প্ৰাদেশিক ভাষাত ৰচনা হোৱাৰ কাৰণ হ'ল দেবীৰ লৌকিকতা আৰু অৰ্ব্বাচীনতা।

অসমীয়া প্ৰাক্ শঙ্কৰী যুগৰ বা শঙ্কৰদেৱৰ সমসাময়িক লৌকিক সাহিত্যলৈ লক্ষ্য কৰিলে এই কথা স্পষ্ট ভাবে ওলাই পৰে যে এই সাহিত্য প্ৰধানকৈ গীত

*শ্ৰীযুত ভবানন্দ ৰাজখোৱাৰ পৰা পোৱা 'মনসা সংগ্ৰহ'ৰ পৰা।

মূলক। মনসা কাব্য কেইখনৰ লগতে পীতাম্বৰ দ্বিজৰ উষা পৰিণয় আৰু দুৰ্গাবৰৰ গীতি ৰামায়ণ এই বিষয়ত উল্লেখ যোগ্য। ওপৰুক্ত কাব্য দুখনৰ আখ্যান পৌৰাণিক হলেও ৰচনা ভঙ্গী সম্পূৰ্ণ লৌকিক আৰু সকলোখিনিয়েই ওজা পালিৰ যোগেদি গোৱা হয়। প্ৰত্যেকখনেই ৰাগ ৰাগিনী যুক্ত গীত আৰু পদৰ সংমিশ্ৰণ। মহাপুৰুষ শঙ্কৰদেৱে এহাতে যেনেকৈ নানা ধৰণৰ নতুন গীত মাতৰ প্ৰচলন কৰিলে আনহাতে আকৌ ভাওনাৰ সৃষ্টিয়ে জনসমাজক অভিনয়ৰ সোৱাদ প্ৰদান কৰিলে। কিন্তু প্ৰাক্‌শঙ্কৰী যুগত তেনে অভিনয়ৰ প্ৰচলন থকাৰ প্ৰমাণ পোৱা নাযায়। ওজাপালিৰ নৃত্যৰ ভঙ্গিমা গীতৰ মাধুৰ্য্য আৰু ওজাই পালিৰ লগত গোৱা সংলাপনে ভালেখিনি অভিনয়ৰ উদ্দেশ্য সাধন কৰিছিল। আনহাতে নৃত্য গীতৰ দ্বাৰা দেৱীক সন্তুষ্ট কৰাও ওজা পালিৰ আন এটা উদ্দেশ্য। ডাঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে তেওঁৰ Relics of the Buddhism in Bengal[১১] নামৰ প্ৰবন্ধত নৃত্যৰ দ্বাৰা দেৱতাক সন্তুষ্ট কৰা পদ্ধতিটোৱেই অনাৰ্য্য বুলি মত প্ৰকাশ কৰিছে।

মনসাদেৱীৰ গুণগৰিমা কীৰ্ত্তিকাহিনী শ্ৰৱণ-কীৰ্ত্তন আৰু অভিনয় সদৃশ নৃত্য দৰ্শন কৰি ভক্ত সকলৰ মঙ্গল হয় বুলি বিশ্বাস। বঙ্গদেশত এই কাৰণেই এই শ্ৰেণীৰ কাব্যৰ নাম মঙ্গল কাব্য। মনকৰ আৰু দুৰ্গাবৰৰ কাব্য দুখনো মঙ্গল কাব্য শ্ৰেণীৰ; যদিও নৃত্যগীতযুক্ত কাব্যৰ অৰ্থত মঙ্গল শব্দটোৰ ব্যৱহাৰ আমাৰ দেশত নাই। এনে নৃত্য গীতৰ সমন্বয় ঘটা পোন প্ৰথম কাব্য জয়দেৱৰ গীত গোবিন্দ[১২]। সম্ভৱতঃ জয়দেৱৰ গীত গোবিন্দৰ আদৰ্শতেই দেশীয় ভাষাসমূহত এনে ধৰণৰ নৃত্যগীত যুক্ত কাব্যই বিকাশ লাভ কৰে। মনসাপূজা আৰু মনসা কাব্য সম্বন্ধে এইখিনি পৰিচয়সূচক আলোচনা কৰি এতিয়া দুইখন কাব্যৰ বৈশিষ্ট্যখিনি পৃথকভাবে তলত আলোচনা কৰা হ'ল।

## ( ২ )

### ( ক ) মনকৰী

মনকৰী কবি মনকৰৰ দ্বাৰা ৰচিত। মনকৰ কবিক পোন প্ৰথমে অসমীয়া পাঠকৰ দৃষ্টি গোচৰ কৰে প্ৰবীণ সাহিত্যিক শ্ৰীযুক্ত কালিৰাম মেধি ডাঙৰীয়াই।

(১১) B. C. Law Commemoration Volume, 1948.

(১২) S. Sen, Mangala Lyric, Gauhati University Journal Vol. II 1951.

জয়ন্তী[13] কাকতত তেখেতৰ 'কবি মনকৰ' নামৰ প্ৰবন্ধটোৱেই মনকৰ আৰু তেওঁৰ কাব্যৰ লগত আমাৰ পৰিচয় ঘটায়।[14] কবি মনকৰ সম্বন্ধে বিশদ ভাবে একো পোৱা নাযায়। তেওঁৰ এই কাব্যখনৰ পৰাইহে যি অলপ অচৰপ ব্যক্তিগত জীৱনৰ আভাস পোৱা হৈছে। এইমতে মনকৰৰ মাকৰ নাম কালিন্দী কিন্তু পিতৃৰ নাম জনা নাযায়। শ্ৰীযুত মেধি ডাঙৰীয়াই "কামৰূপৰ কামাখ্যা বন্দো ঢেকেৰিআৰ নাতি" এই চৰণটোৰ দ্বাৰা অনুমান কৰিছে যে মনকৰ ঢেকেৰীয়া ৰজাৰ নাতি আছিল। তেখেতে এই ঢেকেৰিয়া ৰজাক তাম্ৰ শাসন এখনত পোৱা ঢেক্কৰী বিষয়ৰ মহামাণ্ডলিক ঈশ্বৰ ঘোষৰে বংশ বুলি কৈছে। এই তাম্ৰশাসন খনত কোনো শকৰ উল্লেখ নাই। পণ্ডিত সকলে শাসন খনৰ আখৰ আদিলৈ লক্ষ্য ৰাখি আনুমানিক খৃষ্টীয় দ্বাদশ শতিকা মানৰ বুলি কয়। উক্ত "ঢেক্কৰ" বিষয় বা পৰগণা পুৰণি কামৰূপ ৰাজ্যৰ পশ্চিমাঞ্চলৰ এটা অংশ, সেই বিষয়ে হয়তো কোনো সন্দেহ নাই। যদিও কোনো কোনো বঙ্গালী পণ্ডিতে ৰাঢ় অৰ্থাৎ পশ্চিম বঙ্গৰ অংশ বিশেষকহে 'ঢেক্কৰ' বুলি কব খোজে। ওপৰুক্ত তাম্ৰ শাসনৰ ঈশ্বৰ ঘোষক প্ৰাচীন কামৰূপ ৰাজ্যৰ একঅঞ্চলৰ সামন্ত ৰজা বুলি ধৰি ললেও কাব্যত উল্লেখ থকা "ঢেকেৰিয়াৰ নাতি" যে সেই ঈশ্বৰ ঘোষৰে বংশধৰ তাৰ কোনো প্ৰমাণ নাই। প্ৰথম কথা কাব্যখনৰ কতো ঢেকেৰীয়া যে ৰাজ বংশৰ মানুহ সেই কথা অনুমান কৰি লবৰ কোনো উপায় নাই। আজি কালি নগাওঁ, বৰপেটীয়া, যোৰহটীয়া আদি শব্দৰ দৰে ঢেকেৰী পৰগণাৰ মানুহ বুলিয়েই হয়তো ঢেকেৰীয়া বুলিব পাৰে। বিশেষকৈ কোনো মানুহ এঠাইৰ পৰা উঠি গৈ আন এঠাইত যেতিয়া বসতি কৰেগৈ তেতিয়া এনেকৈ ঠাই ধৰি উল্লেখ কৰা এটা স্বাভাৱিক কথা। আলোচনাৰ খাতিৰত মনকৰক 'ঢেকেৰিয়াৰ' নাতি বুলি ধৰি ললে এনে বুজাব যে মনকৰৰ ককাকে ঢেকেৰি পৰগণাৰ পৰা উঠি গৈ কমতা ৰাজ্যৰ কোনো অঞ্চলত বসতি কৰিবলৈ লোৱাৰ কাৰণে সেই অঞ্চলত 'ঢেকেৰিয়া' নামে পৰিচিত হ'ল; মনকৰ নিজে ৰজাৰ ল'ৰা বা নাতি লৰা হোৱা হলে কমতাৰ ৰজাক বন্দনা নকৰিলেহেঁতেন। আনহাতে আকৌ ওপৰুক্ত ঢেকেৰিয়াৰ নাতিয়ে মনকৰক

(১৩) জয়ন্তী ৩য় বছৰ ২ সংখ্যা

(১৪) ইতিমধ্যে ৺ভাৰতচন্দ্ৰ দাসৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জী-মনসাশাখা" প্ৰকাশ পোৱাত মনসা কবি আৰু কাব্য সম্বন্ধে কিছু কথা জানিব পৰা গৈছে।

বুজাইছেনে নাই সিও সন্দেহৰ বিষয়; কিয়নো পদাংশটোত "ঢেকেৰিআৰ নাতি"য়ে কামৰূপৰ কামাখ্যাক বন্দনা কৰা অৰ্থ যেনেকৈ হয়, তেনেকৈ কামৰূপৰ কামাখ্যাক আৰু ঢেকেৰিআৰ নাতিক দুইকো বন্দনা কৰা অৰ্থও হব পাৰে। একেটা ক্রিয়াৰে দুটা স্বতন্ত্র কৰ্ম্ম, তলৰ প্রত্যেক শাৰীতে প্রকাশ পাইছে—

*ধৰ্ম্ম কৰ্ম্ম বন্দিয়া গাইবো গঙ্গা পাৰ্ব্বতী।*
তাত পাছে বন্দিয়া গাইবো লক্ষ্মী সৰস্বতী।
কামৰূপৰ কামাখ্যা বন্দো ঢেকেৰিআৰ নাতি
পাতালৰ নাগ বন্দো এনাগ দেৱতী॥
দুতি অস্রাৱতী বন্দো অপেশ্বৰা লোক;
স্বৰ্গ মৰ্ত্ত্য পাতাল বন্দো এতিনি ত্রৈলোক॥
ত্রিদশ দেৱতা বন্দো আনো দেৱ গণ।
তাত পাছে বন্দিয়া গাইবো দেৱ নাৰায়ণ॥
ইত্যাদি।

ওপৰৰ আলোচনাৰ পৰা কবি মনকৰেই যে ঢেকেৰিয়াৰ নাতি সেইটো সঠিক ভাবে পোৱা টান। তেনেহলে প্রশ্ন হয় ঢেকেৰিয়াৰ নাতি কোন? প্রমাণৰ অভাৱত এই প্রশ্নৰ সঠিক উত্তৰ দিয়া টান। আমি কেৱল মনকৰক ঢেকেৰিয়াৰ নাতি বোলাত বাধা কি কি হব পাৰে সেইখিনিহে আলোচনা কৰিলোঁ। মনকৰ নিজেই ঢেকেৰিয়াৰ নাতি হব পাৰে নাইবা কবিৰ পৃষ্ঠ-পোষকো হব পাৰে।

মনকৰে গুৰুৰ ওচৰত সঙ্গীত বিদ্যা শিকি ওজা পালি কীৰ্ত্তন কৰি ফুৰিছিল বুলি তেওঁৰ আত্মপৰিচয়সূচক ৰচনাৰ পৰা অনুমাণ কৰিব পাৰি। শাস্ত্রীয় আৰু লৌকিক আচাৰ পদ্ধতি সম্পৰ্কে তেওঁৰ যে যথেষ্ট অভিজ্ঞতা আছিল সেই কথা কাব্য বৰ্ণিত হৰ-পাৰ্ব্বতীৰ বিবাহ খণ্ডৰ পৰাই বুজিব পাৰি। তেওঁ এজন শাক্ত পন্থৰ লোক, দুৰ্গাৰ ভক্ত আছিল। কাব্যখন পদ্মা পুৰাণ হলেও, দুৰ্গাদেবীৰ বন্দনা আৰু গুণ কীৰ্ত্তনৰ আধিক্য লক্ষ্য কৰিবলগীয়া। কালিকা পুৰাণৰ প্রভাৱ হৰ-পাৰ্ব্বতীৰ বিবাহ খণ্ডত যে কিছু পৰিছে সেই বিষয়ে সন্দেহ নাই।

এতিয়া প্রশ্ন হয় মনকৰ কেতিয়াৰ মানুহ? শ্রীযুত মেধি ডাঙৰীয়াই মনকৰ খৃষ্টীয় দ্বাদশ শতিকাৰ শেষ নাইবা ত্রয়োদশ শতিকাৰ আগভাগত

উদ্ভৱ হৈছিল বুলি মত প্ৰকাশ কৰিছে। হৰ-পাৰ্ব্বতীৰ বিবাহ খণ্ডৰ আৰম্ভনিতে—

কমতাইৰ ৰজা বন্দো, ৰাজা জল্লেশ্বৰ।
একশত মহিষী বন্দো আঠাৰ কুমাৰ॥

এই বুলি কবিয়ে জল্লেশ্বৰ আৰু কমতাইৰ ৰাজাক প্ৰণাম কৰিছে। গতিকে এই জল্লেশ্বৰ আৰু কমতাৰ ৰজাৰ সময় ঠিক কৰিব পাৰিলে মনকৰৰ সময় ওলাব। ৺কনকলাল বৰুৱাই "কামৰূপৰ বুৰঞ্জী'ৰ" পৰিশিষ্টত থকা "জল্লেশ্বৰেই পৃথুৰজা" উক্তিটোৰ সত্যতা স্বীকাৰ কৰি লৈছে। তেখেতে "তবাকত্-ই নচিৰিত" উল্লেখ থকা ১২০৬ খৃষ্টাব্দত মহম্মদ বখতিয়াৰক পৰাজয় ঘটোৱা কামৰূপৰ বৃথু ৰজাই উক্ত পৃথু বা জল্লেশ্বৰ বুলি মত প্ৰকাশ কৰিছে।[১৫] শ্ৰীযুত মেধি ডাঙৰীয়াই ৺বৰুৱাৰ উক্ত মতকে গ্ৰহণ কৰিছে। কিন্তু তেখেতৰ উক্ত মত গ্ৰহণ কৰিবলৈ কেইটামান কাৰণত আমি টান পাইছোঁ। প্ৰথম কথা কামৰূপৰ বুৰঞ্জীৰ পৰিশিষ্টত থকা বিবৰণখিনি বৰ্ত্তমান যুগৰ এজন পণ্ডিতৰ আহৰণ, গতিকে সেই উক্তিত ঐতিহাসিক মূল্য বৰ বেছি দিব নোৱাৰি। তাৰোপৰি বুকানন হেমিলটনৰ বৰ্ণনাতো জল্লেশ্বৰ আৰু পৃথু একেজন ৰজা বুলি কোৱা নাই বৰং তেওঁ জলপাইগুৰিৰ কিংবদন্তী প্ৰসিদ্ধ পৃথুৰজাক জল্লেশ্বৰ ৰজাৰ বংশ বুলিহে কৈছে। বুকানন হেমিলটনে ওপৰুক্ত কথাখিনি যোগিনী তন্ত্ৰৰ ভবিষ্যত কথনত আছে বুলি কৈছে। কিন্তু যোগিনী তন্ত্ৰৰ বঙ্গ আৰু বম্বেৰ ছপা সংস্কৰণ এখনতো উক্ত কথাখিনি পোৱা নাযায়। জল্লেশ্বৰ নাম বা উপাধিৰ একাধিক ৰজাৰ উল্লেখ পোৱা যায়। 'জল্লেশ্বৰ মন্দিৰৰ ইতিবৃত্ত' লেখকৰ মতে জল্লেশ্বৰ ৰজাই নবম শতাব্দীত তিস্তা নদীৰ পাৰত ৰাজত্ব কৰিছিল। জলপাইগুৰি জিলাৰ গেজেটিয়াৰ মতেও জল্লেশ্বৰ আৰু পৃথু পৃথক ৰজা। তেনে স্থলত অতি অৰ্ব্বাচীন কামৰূপৰ বুৰঞ্জীৰ পৰিশিষ্টৰ ওপৰত নিৰ্ভৰ কৰিয়েই পৃথু আৰু জল্লেশ্বৰ একেজন ৰজা বুলি কোৱা টান। আলোচনাৰ খাটিৰত জল্লেশ্বৰ আৰু পৃথু একেজন বুলি ধৰি ললেও "তবাকত্-ই নচিৰিত" উল্লেখ থকা 'কামৰূপ'ৰ ৰজা বৰ্ত্তু বা বৃতুয়েই যে জলপাইগুৰি অঞ্চলত জনপ্ৰবাদ প্ৰসিদ্ধ পৃথু ৰজা সেইকথাও জোৰকৈ কব নোৱাৰি। কিয়নো কানাই বৰশী বোৱা

---

(১৫) K. L. Barua—Early History of Kamrupa, P. 198-199.
ডাঃ নলিনীনাথ ভট্টশালীয়ে ৺বৰুৱাৰ মত সমৰ্থন কৰা নাই।

শিলালিপি আৰু মিনহাজৰ বৰ্ণনাৰ পৰা জনা যায় যে উক্ত বৰ্ত্তু বা বৃতু ৰজা গুৱাহাটী অঞ্চলৰ ৰজা আছিল। মহম্মদ বখতিয়াৰকো পৰাজয় কৰা হৈছিল উত্তৰ গুৱাহাটীৰ পৰা হাজো অঞ্চলৰ ভিতৰত। বৃতু বা বৰ্ত্তুক কমতাৰ বা জল্পেশ্বৰৰ ৰজা বুলি উল্লেখ কৰা নাই। সৰ্ব্বশেষত বখতিয়াৰক পৰাজয় ঘটোৱা ৰজাজনেই যে কবি মনকৰৰ জল্পেশ্বৰ আৰু কমতাইৰ ৰজা সেই মত গ্ৰহণ কৰাৰ এটা ডাঙৰ বাধা হ'ল যে দ্বাদশ বা ত্ৰয়োদশ শতাব্দীত কামৰূপৰ ৰজাই কমতাৰ ৰজা বুলি প্ৰসিদ্ধি লাভ কৰা নাছিল। কমতা নগৰ আৰু কমতা ৰাজ্য চতুৰ্দ্দশ শতিকাৰ মাজ ভাগৰপৰাহে পোহৰলৈ অহাৰ প্ৰমাণ পোৱা যায়। ৺কনক লাল বৰুৱাই এই কথা স্বীকাৰ কৰিছে। গতিকে দ্বাদশ শতিকাৰ শেষ আৰু ত্ৰয়োদশ শতাব্দীৰ আদি ভাগলৈ কমতা ৰাজ বা কমতা ৰাজ্যক টানি নিব নোৱাৰি। এই বিলাক কাৰণত আমি শ্ৰীযুত মেধি ডাঙৰীয়া মত গ্ৰহণ নকৰি মনকৰৰ সময় পঞ্চদশ শতিকাৰ শেষ বা ষোড়শ শতিকাৰ আদি ভাগতহে পেলাব খোজো। মনকৰে উল্লেখ কৰা "জল্পেশ্বৰ আৰু কমতাৰ ৰজা" আমাৰ বিশ্বাস সম্ভৱতঃ কোঁচ ৰজা বিশ্ব সিংহ। বিশ্বসিংহক কমতাৰ ৰজা বুলি কবি দুৰ্গাবৰেও উল্লেখ কৰিছে। জল্পীশ শিৱ আৰু কমতেশ্বৰীৰ মন্দিৰ বিশ্ব সিংহৰ ৰাজ্যৰ ভিতৰতে আছিল। বিশ্বসিংহই প্ৰথমতে শ্ৰীকোণাত (চিকনা) ৰাজধানী পাতিছিল, আৰু পাছত কোচবেহাৰত নতুনকৈ ৰাজধানী পাতে। সূৰ্য্যখড়ি দৈৱজ্ঞৰ দৰং ৰাজবংশাৱলীৰ পৰা জনা যায় যে কমতেশ্বৰী মন্দিৰ বিশ্বসিংহই নতুনকৈ নিৰ্ম্মাণ কৰায়। এই বিশ্বসিংহৰে ভায়েক শিশুয়ে (শিৱসিংহ) জলপাইগুৰিত এখন নতুন ৰাজ্য পাতি সামন্ত ৰজা স্বৰূপে ৰাজত্ব কৰে। জলপাই গুৰিৰ বৰ্ত্তমান জমিদাৰ "ৰায়কট্" বংশ এই শিশুৰে বা শিৱসিংহৰে বংশধৰ। এই কথাৰ পৰা অনুমান কৰিব পাৰি যে কবি মনকৰে "জল্পেশ্বৰ আৰু কমতাইৰ" ৰজা সম্ভৱতঃ বিশ্বসিংহকে বুলিছে। শ্ৰীকোণা ঠাই খনেও বিশেষ প্ৰসিদ্ধি লাভ কৰে বিশ্বসিংহৰ দিনৰ পৰাহে; পাছলৈ ৰাজধানী উঠি গলেও সেই ঠাইৰ খ্যাতি লোপ পোৱা নাছিল। দুৰ্গাবৰৰ দৰে মনকৰেও ৬ঠৰজন কোঁৱৰ থকাৰ প্ৰমাণ দিয়ে। কিন্তু মহিষী সম্বন্ধেহে মনকৰ, দুৰ্গাবৰ আৰু দৰংৰাজবংশাৱলী একমত নহয়। ৰাজবংশাৱলী মতে ১৮ গৰাকী, দুৰ্গাবৰে ৪৮ গৰাকী আৰু মনকৰে ১০০ মহিষীৰ উল্লেখ কৰিছে। ৰাজবংশাৱলীত উল্লেখ থকা ১৮ গৰাকীক প্ৰধান মহিষী বুলি ধৰি লৈ বাকীখিনি ৰজাৰ উপ-মহিষী স্বৰূপে ধৰি লব পাৰি।

মহাদেৱে কুচুনী বেশী দুৰ্গাক হৰণ কৰা বৃত্তান্তই আমাক হাৰিয়া মণ্ডলৰ পত্নী হিৰা কুচুনীক মহাদেৱে ছদ্মবেশেৰে হৰণ কৰা কথালৈ মনত নেপেলাই নাথাকে। মনকৰৰ ভাষাও ১৫শ শতাব্দীত আগৰ ভাষা যেন নালাগে। খৃষ্টীয় দ্বাদশ বা ত্ৰয়োদশ শতাব্দীত অসমীয়া ভাষা কেচুৱা অৱস্থাত; মনকৰৰ ভাষা সেই অৱস্থাৰ নিদর্শন নহয়। লিপিকাৰৰ হাতত ভাষাই কিছু আধুনিক গঢ়লৈ আহিছে বুলি কবলৈকো এই পুথিৰ প্ৰচলন জন সমাজত সীমাবদ্ধ। সুকৱিনাৰায়ণৰ পদ্মা পুৰাণৰ ভাষা সম্পৰ্কেহে এই যুক্তি দৰ্শাব পাৰি।

মনকৰৰ কাব্যৰ সৃষ্টি তত্ত্বৰ লগত শূন্য পুৰাণকে আদি কৰি ধৰ্ম্ম সাহিত্যৰ সৃষ্টি-তত্ত্বৰ সাদৃশ্য আছে। শ্ৰীযুত মেধি ডাঙৰীয়াই মনকৰৰ সৃষ্টি পাতনিৰ লগত ৰামাই পণ্ডিতৰ শূন্য পুৰাণৰ সৃষ্টি পাতনিৰ এটি মোটামোটি সাদৃশ্য তেখেতৰ প্ৰৱন্ধত দেখুৱাইছে। ধৰ্ম্ম সাহিত্যৰ সৃষ্টি-তত্ত্ব চমুকৈ এনে—সৃষ্টিৰ আদিতে একোৱেই নাছিল—এক অনন্ত মহাশূন্যই আৱৰি আছিল। এই মহাশূন্যক আশ্ৰয় কৰি আদি মহা প্ৰভুৰ সৃষ্টিৰ বাসনা জন্মিল। ফলত কায়াৰূপী ধৰ্ম্ম নিৰঞ্জনৰ উদ্ভৱ হ'ল। ধৰ্ম্ম নিৰঞ্জনে জল স্থল, বাসুকি সৃষ্টি কৰিলে; তাৰ পাছত গাৰ ঘামৰ পৰা আদ্যাশক্তিক সৃষ্টি কৰিলে। এই আদ্যাশক্তিৰ পৰা ব্ৰহ্মা বিষ্ণু মহেশ্বৰৰ জন্ম হয়। জন্মলাভ কৰিয়েই তেওঁলোক তপস্যাত মগ্ন হ'ল। ধৰ্ম্ম নিৰঞ্জনে তেওঁলোকক পৰীক্ষা কৰিবৰ নিমিত্তে দুৰ্গন্ধ শৱ ৰূপে ওপঙি ওপঙি আগত ওলালহি। প্ৰথমতে ব্ৰহ্মা আৰু তাৰ পাছত বিষ্ণুৰ ওচৰলৈ গ'ল। তেওঁলোকে ঘিণ কৰি মৰা'শটোৰ ওচৰেই নাচাপিল। কিন্তু শিৱই ধৰ্ম্ম নিৰঞ্জনক চিনিব পাৰি মৰাশটো পানীৰ পৰা তুলি আনি মুখত পানী দি শুশ্ৰূষা কৰে। ধৰ্ম্মৰ কথা মতে শিৱই আদ্যাশক্তিক বিয়াহ কৰিলে।

মনকৰৰ সৃষ্টি-তত্ত্বও ওপৰুক্ত ধৰ্ম্ম সাহিত্যৰ সৃষ্টি তত্ত্বৰ লগত মিলি যায়। এই সৃষ্টি তত্ত্বলৈ মন কৰিলে শিৱৰ প্ৰাধান্য ইয়াত বিশেষ ভাবে দেখা যায়। "হৰৰ আদেশে ব্ৰহ্মা স্ৰজিলা সকল"—এই বাক্যৰ দ্বাৰা এঠাইত হৰৰ শ্ৰেষ্ঠতা দেখুৱা হৈছে। আন এঠাইত "অৰ্দ্ধ অঙ্গ মহাদেৱ অৰ্দ্ধ অঙ্গ ধৰ্ম্ম" বাক্যত ধৰ্ম্মদেৱতা আৰু মহাদেৱক এক বুলি দেখুৱা হৈছে। ধৰ্ম্ম সাহিত্য সম্বন্ধে আলোচনা কৰা পণ্ডিত সকলৰ মতে এই সৃষ্টি তত্ত্ব তান্ত্ৰিক বজ্ৰযান আৰু শৈৱ নাথ সম্প্ৰদায়ৰ ধৰ্ম্মমতৰ একত্ৰ সংমিশ্ৰণত উদ্ভৱ হৈছে। আপেক্ষিক অৰ্ব্বাচীন "বৃহৰ্দ্ধম পুৰাণ" আদি দুই এখন পুৰাণতো এনে সৃষ্টি তত্ত্বই প্ৰবেশ লাভ কৰিছে।

মনকৰৰ কাব্যই ধৰ্ম্ম আৰু শৈৱনাথ ধৰ্ম্মমতৰ এটা লুপ্ত প্ৰায় স্তৰ নিৰ্দ্দেশ কৰিছে। প্ৰাচীন অসমৰ সামাজিক অধ্যয়নত মনকৰৰ কাব্য বিশেষ সহায়ক হব বুলি আমাৰ বিশ্বাস। আমাৰ দেশত প্ৰচলিত গুপুত সম্প্ৰদায়ৰ সাহিত্য যেনে গুপ্তমণি, গুপ্তসাৰ আদি গ্ৰন্থতো মনকৰৰ কাব্যৰ অনুৰূপ সৃষ্টি তত্ত্ব আছে।

মনকৰৰ কাব্যত লৌকিক আৰু সামাজিক বৰ্ণনাৰ প্ৰাধান্য দেখা যায়। বিশ্বকৰ্ম্মাৰ কমাৰ শাল, হেমন্ত ঋষিৰ পত্নীৰ শূকোনাত হাট বেহোৱা, নাৰদৰ চতুবালি, হৰ পাৰ্ব্বতীৰ কামকেলি, কুচুনী বেশত দুৰ্গা, মহাদেৱৰ লগত গঙ্গাৰ তৰ্ক-বিতৰ্ক, দুৰ্গাৰ সতীত্ব পৰীক্ষা, ইত্যাদি বৰ্ণনাত অসমীয়া সামাজিক জীৱনৰ জীৱন্ত চিত্ৰ প্ৰকাশ পাইছে। কাব্যখন পুৰাণৰ আৰ্হিত ৰচনা কৰা; গতিকে পুনৰুক্তি আৰু অপ্ৰয়োজনীয় বৰ্ণনাই বহু ঠাই আগুৰিছে। লৌকিকতাৰ প্ৰাধান্য হেতুকেই বৰ্ণনাৰ গাম্ভীৰ্য্য কাব্যখনত নাই। চৰিত্ৰ বিলাকো নামত দেৱতা হলেও কামত সাধাৰণ মানুহ। মহাদেৱ, দুৰ্গা, গঙ্গা আৰু পদ্মা প্ৰত্যেকেই দেৱ চৰিত্ৰবৰ্জ্জিত হৈ সাধাৰণ মানুহৰূপেই প্ৰকাশ পাইছে। দেৱতাৰ অটল গাম্ভীৰ্য্য আৰু মহত্ত্ব এই চৰিত্ৰসমূহত নাই। মনকৰৰ মহাদেৱ পৌৰাণিক শান্ত সমাহিত কামদেৱক ভস্ম কৰা শিৱ নহয়। লৌকিক কৃষক দেৱতা ৰূপেহে মহাদেৱ প্ৰকাশ পাইছে। বেদৰ ৰুদ্ৰ দেৱতা পৌৰাণিক শিৱৰ মাজেদি মধ্যযুগৰ প্ৰাদেশিক কবি সকলৰ হাতত খেতিয়ক শিৱলৈ ৰূপান্তৰিত হোৱাৰ ইতিহাসটো মনকৰিব লগীয়া। কাব্যখনৰ নাৰদ চৰিত্ৰও বৰ আমোদজনক। ইয়াত ভক্ত তত্ত্বজ্ঞ দেৱৰ্ষি নাৰদৰ পৰিবৰ্তে মহাদেৱৰ ভাগিন ধূৰ্ত্ত টেটোন নাৰদকহে পাওঁ। সামাজিক বৰ্ণনাই কাব্যখনৰ বিশেষত্ব। হৰ-পাৰ্ব্বতীৰ বিবাহখণ্ডৰ প্ৰত্যেকটো বৰ্ণনাই অসমীয়া সমাজৰ হুবহু চিত্ৰ। ইয়াৰ ফলত কাব্যখনত বৰ্ণনাৰ স্বাভৱিকতা আৰু আকৰ্ষণীয় গুণ বাঢ়িছে যদিও দুই এঠাইত অশ্লীলতাৰ চূড়ান্ত অৱস্থা পাইছেগৈ। পুৰণি লৌকিক কাব্য বিলাকত অশ্লীল আৰু গ্ৰাম্য ভাৱৰ যোগেদি হাস্যৰস অৱতাৰণা কৰাৰ প্ৰচেষ্টা বিশেষ ভাৱে লক্ষ্য কৰা যায়।

মনকৰৰ ভাষা বৈষ্ণৱ কবি সকলৰ দৰে গাম্ভীৰ্য্য যুক্ত নহলেও, কৃত্ৰিমো নহয়—কথিত ভাষাৰ বেছি ওচৰ চপা, উপমাদি অলংকাৰ প্ৰয়োগৰ দ্বাৰা ভাৰাক্ৰান্ত নহয়। যি দুই এঠাইত উপমাদি অলংকাৰৰ প্ৰয়োগ আছে তাতো গতানুগতিকতা বা কৃত্ৰিমতা নাই। এই কাৰণেই মনকৰৰ কাব্য কৃত্ৰিম দিব্য-উপবন নহয়, প্ৰকৃতিয়ে নিজে গঢ়া কানন। ঠায়ে ঠায়ে উলুৱনি বকৰাণিও

নথকা নহয়। তলত উল্লেখ কৰা নিদৰ্শন মনকৰৰ স্বাভাৱিক বৰ্ণনা অলংকাৰৰ চানেকী স্বৰূপে দাঙি ধৰা হৈছে—

(১) গগন সমান নদীখান ছোট।
খৰস্রোৰ ভুজঙ্গৰ ছিণ্ডে লাঙ্গ গোট ॥

(২) কমল মুখৰ মুচুকিয়া হাসি।
শৰীৰ শোভে কেতেকীৰ পাসি ॥

(৩) অমূল্য কুসুম বস্ত্র পিন্ধিলা গোসানী।
শৰীৰ জোতি জ্বলে ত্রিভুবন জিনি ॥
বত্রিশ অলংকাৰ পিন্ধি বাপেৰ ভৈল আগ।
হেমন্তৰ মনে বৰ সুমাইলা বাঘ ॥

(৪) বায়ু বেগে দেবীৰে নদীৰ ভৈলা পাৰ।
আঙলী দেখায় পুতা মোচাৰিবো ঘাৰ ॥
পাৰ হৈয়া দেবী মায়ে পাইলা নদীৰ কুল।
ঝাৰিয়া বান্ধিলা দেবী মাথাৰ চুল ॥

মনকৰৰ ভাষাত মন কৰিব লগীয়া দুই এটা বৈয়াকৰণিক বিশেষত্বও আছে। ‘ৰূপবান’ৰ ঠাইত ‘ৰূপমান’, ক্রিয়াপদত ‘ও’ বা ‘ৱ’ ৰ ঠাইত ‘য়’ৰ ব্যৱহাৰ, ‘য়’ৰ ঠাইত ‘অ’ৰ ব্যৱহাৰ লক্ষণীয়। স্থানবাচক ‘কৈত’ বা ‘কোথা’ শব্দৰ ঠাইত ‘কতি’ বা ‘কথি’, কৰ্ত্তাকাৰকত ‘ৰে’ বিভক্তিৰ প্রয়োগ [ বায়ুবেগে দেবীৰে নদীৰ ভৈল পাৰ ], ষষ্ঠী বিভক্তিত ‘কেৰ’ প্রয়োগ। ঝুলি কণ্ঠা দুৰ গেল লাউকেৰ থাল ] মনকৰিব লগীয়া বিশেষত্ব।

মনকৰে গোটেইখন কাব্য গীতৰ আকাৰতে ৰচনা কৰিছে। প্রাক্-শঙ্কৰী যুগৰ লৌকিক-সাহিত্যৰ শাখাটোৰেই গীত প্রধান। পীতাম্বৰ, দুৰ্গাবৰ, মনকৰ সুকবিনাৰায়ণ এওঁলোক কেউজনেই ‘গীতকেই’ কাব্য প্রণয়নৰ মাধ্যম স্বৰূপে গ্রহণ কৰিছে। এই কেউখন কাব্যকে ওজা-পালি গোৱাৰ উপযোগী কৰি ৰচনা কৰা হৈছে। মনকৰৰ এই কাব্যত ৰাগ-ৰাগিণীৰ স্পষ্ট উল্লেখ নাথাকিলেও গীতসমূহ ৰাগ, তালমান লয় যুক্ত যে সেই বিষয়ে সন্দেহ নাই। গীতবিলাক পয়াৰ, ত্রিপদী ছন্দত ৰচিত। এই ৰাগ-তালমান লয় যুক্ত পদ আৰু ত্রিপদী ছন্দত ৰচিত গীত সমূহ পাঞ্চালী নামে পৰিচিত। মনকৰৰ আৰম্ভনিতেই “পোঞাঁৰ পাঞ্চালি মই যে নাজানো, আপুনি দিয়োক চিত্ত”

বুলি ক্ষমা বিচাৰিছে। পাঞ্চালী শব্দটোৰ উৎপত্তি সম্বন্ধে নানা মুনিৰ নানা মত। কোনোৱে পাঁ-চালনা [ পদ-চালনা ]ৰ পৰা কেনোৱে আকৌ সম্ভৱতঃ পাঞ্চাল দেশত ইয়াৰ উৎপত্তি হোৱা বুলি এই গীতি-ৰচনাৰ নাম পাঞ্চালী হৈছে এনে মত পোষণ কৰে। কোনোৰ মতে আকৌ অন্ততঃ পাঁচজন মানুহ এই নৃত্যযুক্ত গীত গাবৰ কাৰণে প্ৰয়োজন, এই কাৰণে 'পঞ্চৰ' পৰা পাঞ্চালি হৈছে বুলি কব খোজে। লেচাৰী শব্দ পাঞ্চালী শব্দৰ সম পৰ্য্যায়ৰ যেন লাগে।

মনকৰৰ কাব্যত পদ্মাৰ জন্মলৈকে পোৱা যায়। মৰ্ত্ত্যত পদ্মাদেবীৰ পূজা প্ৰচাৰ, চন্দ্ৰধৰ সাউদৰ লগত বিৰোধ, বেহুলা আখ্যান, মনকৰৰ কাব্যত পোৱা নাযায়। মনকৰে যে, বেহুলা আখ্যান লেখিবলৈ মনস্থ কৰিছিল বা লিখা নাছিল যদিও সেই আখ্যানৰ লগত তেওঁৰ পৰিচয় আছিল, সেই কথা সৃষ্টিখণ্ডৰ শেষত "কাঞ্চেৰ মেৰত পশি ডংকিবো লখাই" এই পদ শাৰীৰ পৰা অনুমান কৰিব পাৰি। বেহুলা আখ্যান তেওঁ লেখিছিল যদিও এতিয়ালৈকে হয়তো কৰবাৰ আতাল শুৱাই আছে নাইবা লুপ্ত পাইছে।

## (২) দুৰ্গাবৰী

মনকৰৰ দৰেই দুৰ্গাবৰো এজন প্ৰাক্-শঙ্কৰী যুগৰ কৱি। এতিয়ালৈকে কবি দুৰ্গাবৰে দুখন পুথি ৰচনা কৰাৰ প্ৰমাণ পোৱা গৈছে ; এখন গীতি-ৰামায়ণ আৰু আনখন বৰ্ত্তমান আলোচ্য-গ্ৰন্থ বেউলা আখ্যান।

দুৰ্গাবৰ জাতিত কায়স্থ আৰু সঙ্গীত শাস্ত্ৰত তেওঁৰ বিশেষ ব্যুৎপত্তি আছিল।

দুৰ্গাবৰৰ পিতৃৰ নাম বাহুবল আছিল ; তেওঁ শিক্‌দাৰী কাম কৰিছিল। বাহুবল শিক্‌দাৰ নিজ অঞ্চলত প্ৰখ্যাত লোক আছিল আৰু দুৰ্গাবৰৰ দৰেই তেওঁৰো সঙ্গীত বিদ্যাত পাৰদৰ্শিতা আছিল বুলি অনুমান কৰিব পাৰি। বেউলা আখ্যানৰ ভনিতাৰ এঠাইত দুৰ্গাবৰে লিখিছে—

(১) সুগন্ধ পুষ্পত যেন মালতী সুবাস।
বংশৰ মধ্যত বাহুবলৰ প্ৰকাশ ॥
প্ৰতি [?] দেববৰে পুত্ৰ পাইলেক প্ৰধান।
কবি দুৰ্গাবৰে গীত কৰিলা আখ্যান ॥

(২) বাহুবল শিক্‌দাৰ গন্ধৰ্ব্ব যে অৱতাৰ।
কবি দুৰ্গাবৰে গীত কৰিলা প্ৰচাৰ ॥

বাহুবল শিক্দাৰক গন্ধৰ্ব্ব অৱতাৰ বুলি দুৰ্গাবৰে বৰ্ণনা কৰিছে। ইয়াৰ পৰাই বুজিব পাৰি যে, পিতৃৰ পৰাই দুৰ্গাবৰে সঙ্গীত বিদ্যা আয়ত্ত কৰিছিল। দুৰ্গাবৰৰ ঘৰ কামৰূপ জিলাৰ কোন ঠাইত আছিল সঠিক ভাৱে কব নোৱাৰিলেও হাজো অঞ্চলতে তেওঁৰ ঘৰ আছিল বুলি স্বৰ্গীয় বিষয়-চন্দ্ৰ বিশ্বাসীয়ে দুৰ্গাবৰী ৰামায়ণৰ পাতনিত উল্লেখ কৰিছে। দুৰ্গাবৰৰ গীতি ৰামায়ণ আৰু বেউলা আখ্যান বেছিকৈ হাজো অঞ্চলত জনপ্ৰিয়। স্বৰ্গীয় বিশ্বাসীদেৱে গীতি-ৰামায়ণ আৰু বেউলা-আখ্যান দুয়োখন পুথি এই অঞ্চলৰ পৰাই উদ্ধাৰ কৰে। দুৰ্গাবৰৰ ঘৰ যি ঠাইত নহওক নীলাচল পাহাৰত থাকি তেওঁ বেউলা আখ্যান ৰচনা কৰে, এই কথাৰ সত্যতা বেউলা আখ্যানৰ শেষৰ পদ কেই ফাঁকিৰ পৰা বুজিব পাৰি—

কবি দুৰ্গাবৰে বিৰচিলা অনুপাম।<br>
পৰ্ব্বত গহন নীলগিৰি যাৰ নাম।<br>
নীলাচল নামে গ্ৰাম সংসাৰত সাৰ।<br>
আছয় পাৰ্ব্বতী অসুৰৰ ক্ষয়ঙ্কাৰ॥

দুৰ্গাবৰ কোচৰজা বিশ্বসিংহৰ সমসাময়িক কবি আছিল। বেউলা আখ্যানৰ আৰম্ভনিতে দেৱ-দেৱী বন্দনা প্ৰসঙ্গত কমতাঈশ্বৰ বিশ্বসিংহকো প্ৰণাম কৰিছে—

কমতাইৰ ৰজা, বন্দো বিশ্বসিংহ নৃপবৰ।<br>
আঠচল্লিশ মহিষী বন্দো ওঠৰ কোঁৱৰ॥

দুৰ্গাবৰৰ দুয়োখন পুথিত ৰাগৰ উল্লেখ আছে। আমাৰ আলোচ্য বেউলা-আখ্যান পুথিখন ঠায়ে ঠায়ে খণ্ডা-ছিণ্ডা কাৰণে সকলো বিলাক ৰাগ জানিব পৰা সম্ভৱ নহ'ল। দুৰ্গাবৰ, পীতাম্বৰ, সুকবিনাৰায়ণ আদি প্ৰাক্-শঙ্কৰী, যুগৰ কবিসকলৰ কাব্যত ব্যৱহাৰ হোৱা ৰাগৰ পৰা এইটো সহজে অনুমান কৰিব পাৰি যে অতি প্ৰাচীন কালৰ পৰাই আমাৰ দেশত উচ্চাঙ্গ মাৰ্গ সঙ্গীতৰ চৰ্চ্চা আৰু প্ৰচলন আছিল। দুৰ্গাবৰৰ গীতি ৰামায়ণত উল্লেখ কৰা ৰাগসমূহ হৈছে—(১) অহিৰ (২) আকাশ মণ্ডলী, (৩) বড়াড়ী (৪) ভাটিয়ালী, (৫) বেলোৱাৰা (৬) চালনী (৭) দেৱজিনি (৮) দেৱমোহন (৯) ধানশ্ৰী (১০) গুঞ্জৰী (১১) মালচী (১২) মঞ্জৰী (১৩) মাৰে'ৱাৰা (১৪) মেঘমণ্ডল (১৫) পট মঞ্জৰী (১৬) ৰামগিৰি (১৭) শ্ৰীৰাগ গন্ধকালী (১৮) শ্ৰীগান্ধাৰ (১৯) সুহাই (২০) বসন্ত।

দুৰ্গাবৰৰ বেউলা আখ্যান খণ্ডা ছিঙা আৰু অসম্পূৰ্ণ কাৰণে তাত প্ৰয়োগ হোৱা সকলো ৰাগৰ নাম জনা সম্ভৱ নহয় যদিও তলত উল্লেখ কৰা ৰাগ কেইটাৰ প্ৰয়োগ আছে—

(১) ৰামগিৰি (২) ভাটিয়ালী (৩) সুহাই (৪) পট মঞ্জৰী।

ওপৰৰ তালিকাত কেইটামান অপৰিচিত ৰাগৰ উল্লেখ পোৱা গৈছে। ভাৰতীয় ৰাগ-ৰাগিনীৰ তালিকাত কোনো নিৰ্দ্দিষ্ট সংখ্যা নাই; দেশ অনুসৰি সংখ্যা আৰু নামৰ বিভিন্নতা দেখা যায়। গতিকে সেই ৰাগ কেইটা দেশজ ৰাগো হোৱাৰ সম্ভৱনা আছে। চালনী, গন্ধকালী, আকাশ-মণ্ডল এই কেইটা ৰাগ অলপ অপৰিচিত। আজি কালি যি বিলাক ৰাগিনী নামেৰে জনা যায় সেই বিলাকক পুৰণি অসমীয়া কবি সকলে ৰাগ নামেৰেই অভিহিত কৰিছিল। ৰাগ-ৰাগিনীৰ প্ৰভেদটো খৃষ্টীয় দশম একাদশ শতাব্দী মানতে ভাৰতীয় সঙ্গীত শাস্ত্ৰত মানি লোৱাৰ প্ৰমাণ পালেও [১৬] কাৰ্য্যতঃ সকলোবিলাককে ৰাগ নামেৰেই অভিহিত কৰিছিল। দুৰ্গাবৰৰ গীতি ৰামায়ণৰ বৰ্ণনাত্মক পদবিলাক অপ্ৰমাদী কবি মাধৱ কন্দলিৰ ৰামায়ণৰ আদৰ্শত ৰচনা কৰা; আনকি বহু ঠাইত মাধৱ-কন্দলিৰ পদ অবিকৃত ভাবেই দুৰ্গাবৰে ৰাখিছে। গীতি ৰামায়ণৰ "গীত বিলাকতহে" দুৰ্গাবৰৰ মৌলিকতা লক্ষ্য কৰা যায়। কিন্তু বেউলা আখ্যানৰ বৰ্ণনা দুৰ্গাবৰৰ নিজা। এই বৰ্ণনাত নায়ক নায়িকাৰ মানসিক অৱস্থা বিশ্লেষণ, বা অনুভূতিৰ আবেগময় প্ৰকাশ বৰ বেছি নাই। কবিয়ে এফালৰ পৰা কেৱল ঘটনা প্ৰবাহৰ ধাৰাটো নিৰ্দ্দেশ কৰি গৈছে। শেষৰ ফালে বেহুলা আৰু সোনেকাৰ কাকুতাৰ দীঘলীয়া বিননি শুনিবলৈ পোৱা যায়। গীতি-ৰামায়ণত মানসিক বিশ্লেষণ বা অনুভূতিৰ প্ৰাধান্য থকাৰ কাৰণে বেছি কবিত্বপূৰ্ণ আৰু হৃদয়সংবাদী হৈছে। গীতি-ৰামায়ণৰ গীত-সমূহ অনুভূতি প্ৰধান; বেউলা-আখ্যানৰ গীত বৰ্ণনা প্ৰধান। সুকবি নাৰায়ণৰ পদ্মা-পুৰাণৰ দৰে দুৰ্গাবৰৰ বেউলা আখ্যানটো কোনো উপ-আখ্যান বা প্ৰাসঙ্গিক আখ্যানৰ দ্বাৰা ঘটনাৰ গতিত পদে পদে ব্যাহত হোৱা নাই। সুকবি নাৰায়ণৰ পদ্মা-পুৰাণ প্ৰাদেশিক ভাষাত লিখা এখন নামে গামেই পুৰাণ; কেৱল ভাষাটোৰ বাহিৰে পুৰাণৰ সকলো বিলাক লক্ষণ তাত আছে। দুৰ্গাবৰৰ বেউলা আখ্যানত

(১৬) O. C. Gangooli, Ragas and Raginis, Chap. I-II.

অপ্ৰয়োজনীয় বা কৃত্ৰিম সম্বন্ধযুক্ত উপাখ্যান আৰু ঘটনা নাই। উষা-অনিৰুদ্ধৰ বিবাহ, জালো-মালো উপাখ্যান, হাছান-হুছেনৰ যুদ্ধ, হৰ-পাৰ্ব্বতীৰ বিলাস, তাৰকাক্ষ বধ ইত্যাদি উপাখ্যান সমূহে নাৰায়ণদেৱৰ বেউলা আখ্যান আড়ষ্ট কৰিছে। এই কাৰণে দুৰ্গাবৰৰ কাব্যখনে ঘটনাৰ ঐক্য ৰক্ষা কৰিব পাৰিছে। কোনো কোনো ঠাইত দুৰ্গাবৰ আৰু সুকবিনাৰায়ণ দেৱৰ বৰ্ণনাৰ সাদৃশ্য দেখা যায়। উদাহৰণ স্বৰূপে কালিনাগে লখিন্দাৰৰ ৰূপদেখি প্ৰত্যেক অঙ্গৰ ৰূপ বৰ্ণাই বিষাদ কৰা কথাখিনিৰ দুয়োকাবাত মিল দেখা যায়। সুকবিনাৰায়ণৰ উদ্ভৱ কাল সঠিক ভাবে নিৰ্ণয় কৰা টান হেতুকে কোনখন পুথি আগতে ৰচনা কৰা জনা সম্ভৱ নহয়।

৴ এইখিনিতে বেউলা আখ্যানটোৰ সম্বন্ধে দু আষাৰ মান উল্লেখ কৰাৰ প্ৰয়োজন। অসম বঙ্গ আৰু বেহাৰত বেউলা আখ্যানটো বিশেষ ভাৱে জনপ্ৰিয়। এই কেইখন প্ৰদেশত চান্দ সদাগৰৰ নগৰ আৰু বেউলাৰ নৌকা যাত্ৰাত অতিক্ৰম কৰি যোৱা বিভিন্ন স্থান সম্বন্ধে কিম্বদন্তী আছে। আমাৰ অসমৰ ছয়গাৱঁত চান্দোৰ মেৰঘৰ, ধুবুৰীত আৰু হাজোত নেতাই ধুবুনীৰ ঘাট আছিল বুলি জন-প্ৰৱাদ চলি আহিছে। ৺ভাৰতচন্দ্ৰ দাস ডাঙৰীয়াই তেখেতৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী-মনসা শাখাত" বেউলা আখ্যানত থকা বিভিন্ন স্মৃতি আৰু স্থান নিৰ্দ্দেশ কৰিবলৈ চেষ্টা কৰিছে। বঙ্গদেশ, বিহাৰ আৰু অসমত প্ৰচলিত কিম্বদন্তী বিলাকৰ পৰা এনেকুৱাতে অনুমান হয় যে স্থানীয় কবি সকলে নিজ দেশৰ ভৌগোলিক সীমাৰ মাজত কাহিনীৰ ঘটনাস্থান স্থাপন কৰিবলৈ চেষ্টা কৰিছে। সকলো কবিয়েই নিজ দেশ কাল পাত্ৰ উপযোগী কৰি কাব্য প্ৰণয়ন কৰে; আৰু তেনে কৰিবলৈ যাওঁতে স্থানীয় পৰিবেশ সৃষ্টি কৰাটো এটা স্বাভাৱিক কথা। গতিকে চান্দ সদাগৰৰ বাসস্থান আৰু নগৰৰ নিৰ্দ্দেশ বিভিন্ন প্ৰদেশত পোৱা একো অস্বাভাৱিক নহয়।

কাব্য বৰ্ণিত চাঁদ সদাগৰৰ উপাখ্যানটো পদ্মাদেবীৰ শক্তি আৰু মাহাত্ম্য প্ৰচাৰ কৰিবৰ কাৰণে সৃষ্টি কৰা যেন লাগে। এই আখ্যানৰ মূলত কোনো সত্য ঘটনা আছেনে নাই সেই কথা বিচাৰ কৰিবৰ এতিয়া কোনো উপায় নাই। হয়তো চান্দ সদাগৰৰ দৰে এজন পদ্মা বিদ্বেষী সদাগৰৰ বাণিজ্য যাত্ৰাৰ কাহিনীকেই অৱলম্বন কৰি কবিয়ে এই কাব্য সৃষ্টি কৰিছে। যদি কাল্পনিক বোলা হয় তেন্তে চান্দোৰ মেৰ ঘৰৰ স্মৃতি চিহ্ন কৰ পৰা হব? ইয়াৰ উত্তৰত

আমি পাপ কৰিলো চিত্তত ভৈলা ফুল।
সেকাৰণে নদীখান ভৈলা হুলস্থুল॥
গগন সমান নদীখান কৰে চোট।
খৰন্তৰ ভুজঙ্গৰ চিণ্ডে লাঞ্জ গোট॥
দুৰ্গা দেৱি জানিলন্ত চায়ালৰ মন।
কতূহলে দেৱি মায়ে বুলিলা বচন॥
গঙ্গা দুৰ্গাৰ গীত গায় মনকৰ।
কিৰিতি ৰহিল জেৱে চন্দ্ৰ দিবাকৰ॥

(২৪)

## পাৰ কৰ বাপুহে পাৰ কৰি থৌ।
## দুই খানি আবাল শিশু কাহাৰ পো॥ধ্ৰুং

জাইবাৰ বেলা গৈলো নদী আঠুমান পানি।
বিনা বৰিষনে পানি লিলায়ে নাজানি॥
ডুবহন্তে দেৱি মায়ে হাতৰ দিলা সান।
মোক পাৰ কৰা বাপু নায় খানি আন॥
হেন শুনি দুই ভাই বায়ু বেগে আইল।
মায়া কৰি নায় খানি কাখৰ চপাইল॥
কাহাৰ বহাৰি অ'বা কাহাৰ ঝিয়াৰি।
সোনাৰ নতুচুৰ কৰি থোয় আগ কৰি॥
সুবৰ্ন্নেৰ কড়ি লয়া পাৰ কৰা মোক।
দেৱত খুজিলেৰে খুজিব নৰলোক॥
গায়ৰে ভৰে দেৱিৰে নায়ত দিলা ভৰ।
দুখানি চায়াল ভৈলা দুৰ্গাৰ সোদৰ॥
দুই ভিতি দুই ভাই দুৰ্গা ভৈলা মাঝ।
আদ নদী পাইলে আজি তোৰ কৰো কাজ॥

দুই ভাই আলোচিয়া মাজ নদী পাইল ।
পৰ্ব্বত সমান কৰি ঢৌ গোটা আইল ॥
ঝলকে ঝলকে বে নায়ত উঠে পানি ।
দেখি কম্পমান হৈলা চণ্ডিকা গোসানি ॥
তৃতয় নয়নিৰে গায়ৰ কৈলা কাম্প।
নায় হন্তে দুই ভাই জলত দিলা ঝাম্প ॥
পাঞ্চ হাতে বাহে নায় পাঞ্চে সিঞ্চে পানি ।
আপুনি কাণ্ডাৰ ভৈলা হেমন্ত নন্দিনি ॥
বায় বেগে দেবিৰে নদীৰে ভৈলা পাৰ ।
আঙ্গুলি দেখায় পুত্ৰ মোচাৰিবো ঘাৰ ॥
পাৰ হৈয়া দেবি ম ে পাইলা নদিৰ কুল ।
ঝাৰিয়া বান্ধিলা দেবি মাথাৰ চুল ॥

( ২৫ )

কি ভৈলা ঐ পুতাৰে ! কি ভৈলা ঐ পুতাই,
কি ভৈলা নায়ো ।
গঙ্গা আঞ্চোলে মোচে পুত্ৰৰ লো ॥ধ্রুং

কান্দে দুই ভাই মায়ত কহে কথা ।
গঙ্গা বোলে মোৰ কি হৈল অৱস্থা ॥
নায় বুড়াইলো বেটি নাজায় তল ।
হাসে দশ ভুজা মুখ কমল ॥
কমল মুখেৰে মুচুকিয়া হাসি ।
সৰিৰ শোভে কেতকীৰ পাসি ॥
ইঙ্গিতে দেৱিৰে নদিৰ ভৈলা পাৰ ।
আঙ্গুলি দেখাই আজি মোচাৰিবো ঘাৰ ॥

তিৰি হয়া বেটি এতমান সাহ ।
নায় বাহিতে দেখিলোহো দশবাহ ॥
হেন শুনি শুনে মায় জান্নুৰ নন্দনি ।
নিশ্চয়ে জানিলো ভৈল সতিনি ॥

খুলনাৰি ওচে আইলো হেমন্ত নন্দিনি ।
ঝিউৰ কাপোৰ ভিজা দেখিলা আপুনি ॥
চাইলা ঝিউৰ মুখ দেখিলা আন্ধাৰ ।
ঝিউক দেখিয়া ঋষি ভৈল চাৰখাৰ ॥
দূৰে থাক দূৰে থাক ঝিউ দুৰাচাৰি ।
ঝিউ নহে পুতা তই বেৰিসি আমাৰি ॥
অবাল বঅসে পুতা হেন তোৰ মতি ।
দিবসেক গৈলাবে খপিল এক ৰাতি ॥
আমাৰ বাপৰ মায়ৰ উকটাইলা জাৰ ।
সেহিসে কাৰণে আতাই বিলম্ব আমাৰ ॥
ই কথাত পুতা তোৰ সঞ্জাত কেমনে ।
সিন্দুৰ কাজল লুপ্ত হৈল কি কাৰণে ॥
চৈত্ৰ বৈসাখ ৰৌদ্ৰে এঘামে আগলি ।
সিন্দুৰ কাজল মানে সৰে গৈলা গলি ॥
ইতো নিৰিসন পুতা জানিলোহে মনে ।
কঙ্কন নুপুৰ লুপ্ত ভৈল কি কাৰণে ॥
কয়া কেতকী ফুল কণ্টা তিনি ধাৰ ।
কাঞ্চুলি চিণ্ডিলৰে চিণ্ডিলা গলাৰ হাৰ ॥
ইতো কথা পুতাৰ সঞ্জাত নাজাওঁ ।
এ আঠ পৰিক্ষা দিবো কয়া দিবি নাউ ॥

পৰিক্ষা লউ পুতাৰে ॥ ধ্ৰুং

দুৰ্গাৰ সতীত্ব
পৰীক্ষা

বাহিৰে বহিল দুৰ্গা পহাল ৰজনি ।
ঝিউৰ মুখ দেখি কান্দে মায় ঋষি-আনি ॥
ৰজনি প্ৰভাত ভৈলা হইলা বিহান ।
গঙ্গা জল আনি দুৰ্গাক কৰাইলা ছিনান ।
পৰিক্ষাৰ সাজে কৈলা যে বন্ধ ঘৰ ।
দুৰ্গাক থৈইলা নিয়া তাহাৰ ভিতৰ ॥
তাৰ চাৰি ভিতি বেৰি জ্বালিলা অগনি ।
তাৰ মাজে [illegible] কাটে চণ্ডিকা গোসানি ॥
আঙুলি [illegible] দিলা সুবৰ্ণ টকুয়া ।
অগ্নি মুখে উপজয় [illegible] সোনা ॥
ইহ পৰিক্ষাত পুতা সজ্ঞাত নাজাঁও ।
খুৰ পৰিক্ষা দিবো কয়া দিবি নাউ ॥
সুতাৰ [illegible] দিলা খৰৰ দিলা ধাৰ ।
পাৰ ভৈলা দুৰ্গা দেৰি চড়ি সাত বাৰ ॥
খুড় পৰিক্ষাত আতাই নৰহিল ৰেখা ।
মোহোৰ পৰিক্ষা আতাই পৰতেক দেখা ॥
ইহ পৰিক্ষাত পুতা সজ্ঞাত নাজাওঁ ।
সিন্দুৰ পৰিক্ষা দিবো কয়া দিবি নাউ ॥
দুগ্ধেৰ পুখুৰি দিলা সিন্দুৰেৰ আলি ।
তাত চড়ি দুৰ্গা দেৰি খেলায়ে ধেমালি ॥
সিন্দুৰ পৰিক্ষা আতাই নৰহিল ৰেখা ।
আমাৰ পৰিক্ষা আতাই পৰতেক দেখা ॥
ইসে পৰিক্ষাত পুতা সজ্ঞাত নাজাঞ্ঞ ।
তুলা পৰিক্ষা দিবো কয়া দিবি নাঞ্ঞ ॥
একভিতি হিমৰত্তে তুলাক ভৰাইলা ।
আৰ ভিতি নিয়া ঋষি দুৰ্গাক চড়াইলা ॥

আপুনি হেমন্ত ঋষি ধৰি ধৰ্ম্ম তুল।
তুলাত অধিক দুৰ্গা হইল পাতাল ॥
স্বৰ্গৰ দেৱতাগণে কৰে জয় জয়।
বাপ হৈয়া ঝিউক পৰিক্ষা নুজুআই ॥
দেৱৰ বচনে ঋষি পায়া গৈলা লাজ।
এহি বুলি পৰিক্ষা এৰিলা ঋষিৰাজ ॥
তুলিয়া পেলাইলা আতাই পৰিক্ষাৰ সাজ।
দুৰ্গা বোলে আতাই কিচো নুবুঝন্ত কাজ ॥

( ২৮ )

দান মাগেৰে শিৱাই নাচেৰে,
হে ডুৰ্ ডুৰ্ ডম্বঁক বাজে হে
কেৱলিয়া ৰূপে দান মাগে সদাশিৱ ॥ধ্ৰুং

শিৱৰ দুৰ্গাৰ
ওচৰত দান ভিক্ষা

নাকে বাঁশি বায় কেঃলিয়া, মুখে গাই গিত।
সুনিয়া পাৰ্ব্বতিৰ জে আকুল ভৈল চিত ॥
হাতে লাঠি লৈল গোসাই কান্ধে লৈল ছাতি।
চলিল দেৱেৰ দেৱ যথাত পাৰ্ব্বতি ॥
ঋষিৰ দ্বাৰত ৰে বংশীৰ দিলা সান।
সুনিয়া পাৰ্ব্বতিৰ জে আকুল পৰান ॥
সুবৰ্ণ কাঁশীত কৰি দান দিতে জাই।
ঋষিয়ানিক দেখি গোসাই দুৰতে পলাই ॥
তোমাৰ ঘৰত আছে দুৰ্গা পাৰ্ব্বতি।
তোৰ হাতে দিলে দান লবোহো সম্প্ৰতি ॥
কাঙ্কে কাৰয়া দুৰ্গা বিৰচিলা কেশ ॥
কমল জুতিৰ খোপা দুৰ্গা বান্ধিলা বিশেষ ॥

খোপাত পিন্ধিলা দুর্গা বকুল মালতি।
সুবাসিত চন্দন পিন্ধিলা পার্ব্বতি॥
এ মনি মুকুতা পিন্ধিলেক স্থানে স্থানে।
চিকমিক কৰে যেন ৰবিৰ কিৰণে॥
সুবর্ণ কাশীত কৰি দিতে জাই দান।
মুখেৰ চোন্না কাড়িমাৰে বাপেৰ বিগুমান॥
গোত্র কুটুম্বে বোলে হইল প্রমাদ।
দুর্গাত লাগিল আসি কেয়লিয়া বাদ॥
হেন সুনি ঋষি ভৈল কোপে কম্পমান।
সেহি কেয়লিয়াক দুর্গাক দিবো দান॥
তেন সুনি গোসাই জে হাসে মনে মন।
ঋষিক সম্বদ্ধি শিৱে বুলিলা বচন॥
অকুলিন নোহো মঞি কুলিনৰ চায়।
আপুন কুলত আচে আমাৰ বাপ মায়॥
জাবে ঋষি তোমাৰ আমাত আচে দায়া।
আন দিনা আসো তৱে ভাৰ ভেটি লৈয়া॥

( ২৯ )

আকি গঙ্গা ভায়া জে! বস্তু এক
পায়াচো আনিয়া মোক দে॥ধ্রুং

বিবাহ ইচ্ছুক
শিৱৰ গঙ্গাৰ
ওচৰত অভিলাষ
জ্ঞাপন।

আইস বোলো গঙ্গা ভায়া জটেৰ উপৰ।
ললিত বলিত গঙ্গা তুলাত পাতাল॥
কিবা দিন কিবা ৰাত্রি জটেত ফুৰো লৈয়া।
প্রাণতো অধিক ভায়া তোকে মোৰ দায়া॥
নিষ্ট কৰি কথা তুমি কহিয়ো আমাত।
আনিয়া দিবোহো গোসাই তোমাৰ হাতত॥

জেহি বস্তু লাগে দেওঁ তোমাৰ হাতত।
তিনি সতা কৰা দেৰি আমাৰ আগত॥
তেবেসে কহিবো দেৰি তোমাৰ আগত।
আমাৰ আগত সত্য কৰা স্বৰূপত॥
এক সত্য দুই সত্য তিনি সত্য কৰো।
তোমাৰ বচন চাড়ি আন কৰ্ম্ম কৰো॥
গঙ্গাই কৰিল সত্য গোসাইৰ আগত।
তবেসে কহিলা কথা গঙ্গাৰ আগত॥
হিমন্ত আসি এ মোক কৰে কন্যা দান।
তোমাৰ সদৃশ ৰূপ নহ এ সমান॥
লাঙ্গটা ভাঙ্গৰা বুঢ়া হয়া ভিক্ষাচাৰী।
ঘৰে ভাত নাই ভৈলা দুই তিনি নাৰি॥
নিষ্ঠ কথা কহো গোসাই তোমাৰ আগত।
দুই তিনি নাৰি ভৈলে পুৰুষেৰ হত॥
বহুসত লজ্জিত ৰতিত ভৈলো হিনি।
দক্ষকালে দিলা গোসাই দাৰুণ সতিনি॥
এহি বলি গঙ্গা মায়ে বিষাদিত মন॥
গোসাইক সম্বন্ধি দেবি বুলিলা বচন॥
হৰ মস্তু শিৰ ই বসিলো তোৰ ভায়।
অদ্যতো নাজাইবো তোৰ বিবাহেৰ ঠাই॥
আপুনে বৰিব কেন নকৰিব লাজ।
ত্ৰিদশে মিলিয়া কৰ বিবাহেৰ সাজ॥
ইহাক লাগিয়া গোসাই কৰাইলেক সত্য।
দুই তিন নাৰি ভৈলে পুৰুষেৰ হত॥
দুই তিনি নাৰিৰ ঘৰেৰ নাহি ভাল।
ৰাত্ৰি দিনে কৰিবেক দন্দ কৌউটাল॥
তিৰিসে পালিয়া থাকে পুৰুষেৰ মন।
ৰাত্ৰি দিনে কৰিবেক দাৰু দৰপন॥

ত্রিদশ দেৱতা গঙ্গা আসিবাৰ জানি ।
সবাক তুষিলা গঙ্গা এ ফুল চন্দনি ॥
ত্রিদশ আনিলা আক কুবেৰ ভণ্ডাৰি ।
গনিয়া দিয়োৰে কুবেৰ পঞ্চাশ কাউন কবি ॥
সঞ্জাক পঠায়া দিলা বেসাইতে নগৰ ।
নন্দিক পঠায়া দিলা হেমন্তৰ ঘৰ ॥
নন্দি গোই হেমন্তৰ পাশে দিলা জান ।
গোসাঞি আসিব তোমা হৈবা সাৱধান ॥
এহি বুলি নন্দি হেমন্তক গেলা কৈয়া ।
সঞ্জা [illegible] বেসাইবে ভাল বস্তু চায়া ॥
এলাচি [illegible] বেসাইল গুৱা পান ।
দধি দুগ্ধ [illegible] মধু বেসাই সত্তমান ॥
পাঞ্চসে [illegible] সাজিলে গঙ্গাৰ কৈলা আগ ।
ডাক দিয়া আনিল নাৰদ ভাগিনাক ॥
সকাল কৰিয়া নেও বিবাহেৰ সাজ ।
এ বচন শুনিয়া নাৰদ মুনি ৰাজ ॥
ভালক চাৰিয়া মামা নকৰিলা মন্দ ।
মমা জাক সুপুচিলা লগাইবেক দন্দ ॥

( ১৮ )

নাৰদ চলিল ৰে ঃ লৰিলা নাৰদ ঃ হেমন্ত দুৱাৰে ভালজে ॥ধ্রুং

যোড়নৰ বস্তু লৈ নাৰদৰ হেমন্তৰ ঘৰলৈ প্ৰস্থান

ধূতি নেত পিন্ধি নাৰদ কান্ধে লৈলা চাতি ।
খেসবাৰি লৈল বাসুয়া লগেৰ সঙ্গতি ॥
ভাৰ সব আগে জাই নাৰদ পাচে জাই ।
লাড়ু লয়নুৰ গন্ধে বাতুল পৰাই ॥
দধি দগ্ধ দেখিয়া নাৰদৰ ভৈলা লোভ ।
মামা মামিৰ প্ৰসাদে ভুঞ্জিব উপভোগ ॥

বসিলা নাৰদ মুনি জিৰাবাৰ থান ॥
ভাৰ থৈয়া ভাৰি সৱে খাই গুৱা-পান ॥
একেতো বৃক্ষৰ ছায়া আৰু বহে বায় ।
ভাৰ থৈয়া ভাৰি সবে বগৰাইলা গায় ॥
পুজন্তা গায়ন্তা জনক দেৱি দেউক বৰ ।
হৰ-গৌৰিক বন্দি গায় মনকৰ ॥

( ৩১ )

নাৰদৰ ধূৰ্ত্তালি

চক্ষু ঠাড় দিয়াৰে বুলিলা মুনিৰাজ ।
চাগা গিয়া উসাস ভাৰেৰ কৰো কাজ ॥
একেতো বৃক্ষেৰ চায়া আৰু বহে বায় ।
আৱাস লাগিল নিন্দে মুখে নাইসে ৰায় ॥
হাতবায় দিয়াৰে চক্ষুৰে দিলা ঠাৰ ।
বাস্থুয়া যোগাইলা নিয়া লাডুৰ ভাৰ ॥
একেতো ঘৃতেৰ লাডু মৰিচেৰ ঝাল ।
সকল খাইবো গুৰু হাণ্ডি হৈব খাল ॥
পাৰেমানে পেট ভৰি লাডুক খাইল ।
ইটা মাটি আনিআজে হাণ্ডিতে ভৰাইল ॥
গুৱা পান খাইল সবে নাৰদ বপুৰা ।
পিঙ্কে চোবাই ভৰাইল সকল সম্ফুৰা ॥
গছঁা কাটি দধি দুগ্ধ কানাই ঢালয় ।
ব্ৰাহ্মণৰ আজ্ঞা মুহি ৰাক্ষস পৰাই ॥
ব্ৰাহ্মণতোধিক ভোখ আতি বাস্থুয়াৰ ।
কলা খাই বাস্থুয়া চোঙ্কাৰ বহে ভাৰ ॥
উঠিল পঞ্চাস ভাৰি কান্ধে লৈয়া ভাৰ ।
চলিল নাৰদ মুনি হেমন্ত দুয়াৰ ॥

নাৰদ আসিবা শুনি হেমন্ত ভৈলা সাজ।
পিড়া পানি ঘণ্ট বাতি সবে কৈলা বাঝ ॥
বসিল নাৰদ মুনি আসন ভিড়িয়া।
কথি গৈল ঋষিআনি ভাৰ নে আসিয়া ॥
এহি বুলি নাৰদ মুনি কৰে উপালম্ভ।
নুবুঝয় ঋষিআনি নাৰদৰ ভম ॥
কথি গৈল ঋষিআনি ভাৰনে আসিয়া।
হিমন্তৰ বাক্য ঋষিআনি শুনিয়া ॥
আয়গনক ঋষিয়ানি আনিলা ডাকিয়া।
সবাৰে কপূৰ দিলা আঞ্জুলি ভৰিয়া ॥
শিখেতে সিন্দুৰ শিৰে পিন্ধাইলা ফুল।
নানা ৰত্ন অলঙ্কাৰ পিন্ধাইলা বহুল ॥
পঞ্চ শব্দে বাদ্য বায় কৰি কোলাহল।
সুমঙ্গল গীত গাই উৰুলি কল্লোল ॥
একহাতে ঋষিআনি ভৃঙ্গাৰেৰ পানি।
আৰোহাতে মেনকাৰ এখণ্ড বিচানি ॥
ভাৰ বৰিবাক গৈল আয়গন লৈয়া।
কলক দেখিয়া কান্দে আয়গণ চায়া ॥
কলৰ ভাৰন্ত ঋষিআনি হাত দিয়া চাইল।
কল নাহি গোটেক চোঞ্চাক লাগ পাইল ॥
দধিৰ ভাৰ ঋষিআনি চাইল হাত দিয়া।
দধি নাহি থানিক আচে কাদাএ ভৰিয়া ॥
গুয়াৰ ভাৰত ঋষিআনি চাইল হাত দিয়া।
চোবাই পিঙ্কে ভৰি আচে সফুৰা ভৰিয়া ॥
লাৰুৰ ভাৰত ঋষিআনি দিলা হাত।
হাণ্ডি ভৰি আচে সবে ইটা মাটী তাত ॥
ঢালিয়া ফেলাইল ঋষিআনি ভৃঙ্গাৰেৰ পানি
আৰু হাতে পেলাইলেক এখণ্ড বিচানি ॥

কান্দে মায় ঋষিআনি ঝুড়য় নয়নি।
কি ভৈল কপালে মোৰ গৌৰী ঝিউ খানি ॥
হেন স্মুনি দুর্গা কৈলা গোসাইক স্মুমৰন।
সকল ভাৰ হইল জে সোলয় সম্পূর্ণ ॥
আসিলন্ত নাৰদ হাসন্ত মনে মন।
তোমাৰ সাস্মুৰিক মামা কৈলো বিড়ম্বন ॥

(৩২)

আকি হৰবৰ হৰেৰ ভৈলা গন্ধ অধিবাস। ধ্রুং

হৰ-পার্ব্বতীৰ অধিবাস

বোলে দেৱ শূলপানি স্মুনহ ভাগিন মুনি জে
ডাকিয়া আনহ দেৱগণ।
আসিলন্ত দেৱগণ স্মুভ কৈলা লগন
শুভক্ষণে কৈল আৰম্ভন ॥
আৰোপিলা ঘণ্ট বাতি শুদ্ধ কৈলা বস্মুমতি
চন্দনে দিলেক আলিপন।
এ ৰাম কদলী কাটি উপৰে স্মুবর্ণ চালি
মণ্ডপ কৰন্ত স্মুশোভন ॥
ছন্দোআ জে লম্ব কৰি টনাইলা শোভা কৰি
হিৰ্ম্মানি মানিক আভৰণ।
মুৰাৰি থোপাক আনি আৰিলা জে মহামানি
মণ্ডপ জলে ৰবিৰ কিৰণ ॥
স্মুবর্ণ ঘটত আনি ভৰিলা গঙ্গাৰ পানি
গৃবে দিলা গজমতি হাৰ।
ঘট পট আৰোপিল চ্যুত ডাল ফল দিল
চন্দ্ৰ সমে জেন জলে তাৰ ॥
স্মুবর্ণৰ সিংহাসন শঙ্কৰৰ আসন
তাহাত বসিল দিগবাস।

বেদ পঢ়ে ব্ৰহ্মাদেৱে পঞ্চ আয় মঙ্গল গাৱে
হৰৰ ভৈল গন্ধ অধিবাস ॥
হৰেৰ অধিবাস ভৈল দুৰ্গাক অধিবাস কৈল
গন্ধ চুয়াইল হৰ-গৌৰি।
সৰস্বতি চৰণে আস চণ্ডি মায় কৰি লাস
মনকৰে চিন্তে বাগেশ্বৰি ॥

(৩৭)

গৌৰিৰ গন্ধ অধিবাস জে জাই হিমালয়।
পঞ্চ আয় লৈয়া নাহাৱে ॥ধ্ৰুং

পঞ্চ শব্দে বাদ্যভণ্ড ঋষিআনি বাই।
পঞ্চ আয় লৈয়া ঋষিআনি বৰ বৰিবাক জাই ॥
পঞ্চ পুষ্প ধূপ দিপে সুমঙ্গল গাই।
নানাবিধ অলঙ্কাৰে অধিকে শোভয় ॥
আয়ক বৰিলা মায় দুৰ্ব্বাক্ষত দিয়া।
পিন্ধাইলন্ত আয়ক চন্দন পুষ্প দিয়া ॥
গুয়া পান দিয়া মায় পিন্ধাইলা সিন্দুৰ।
পঞ্চ আয় লৈয়া মঙ্গল গায়ন্ত মধুৰ ॥
আয়ক বৰিয়া জে য়ানিলা অভ্যন্তৰ।
দুৰ্গাক বৈসাইলা নিআ খাটৰ উপৰ ॥
পূৰ্ব্ব মুখে বৈসাইয়া হাতত দিলা ফল।
দুৰ্গাক বৰিয়া সবে নিলা বাসা ঘৰ ॥
মেনকা প্ৰমুখে যত আচে নাৰি গণ।
সুমঙ্গল গিত গাই জাৰ জেই মন ॥
শুভক্ষনে হৰ-গৌৰিৰ জে অধিবাস কৰে।
গৌৰিৰ চৰণ বন্দি গাই মনকৰে ॥

(৩৪)

নাৰদৰ অপমান

ও মায় ও মায় বামন বৰি চোৰ ।
লাসৰ খোপাত হাত দিলা মোৰ ॥
আয় সঙ্গে নাৰদ পসিল অভ্যন্তৰে ।
চোৰ বুলি বেড়িয়া ধৰিলা ৰিষিৰ ঘৰে ॥
চোৰ বুলি ধৰিলা বামন ঘৰে চেড়ি ।
কেহো গোফ উভৰয় মোচৰয় দাড়ি ॥
সাত পাঞ্চ চেড়ি জে বামন একেশ্বৰ ।
কিল জে মাৰন গুত্তা পাইল বিস্তৰ ॥
হোসকিল বামন বাস্থুয়া হৈল য়াগ ।
বাঘে জেন পাইলেক চাগলক লাগ ॥
মৰনত বাস্থুয়ায় উদাহ কৈল দেহা ।
আয় সঙ্গে ৰিষিয়ানি পলাই লাজ পায়া ॥
অভ্যন্তৰে বসি হাসে ঋষি ঋষিআনি ।
গাইল মনকৰে নাৰদ কৌতুক কাহিনি ॥

(৩৫)

সুন সুন মমাই নাহৰে ।ধ্রুং

তোমাৰ বচনে মামা শুধাইতে গৈলে গন্ধ
ঋষি ঋষিআনি জে আমাক কৰে দন্দ ॥
চোৰ বুলি ধৰিলেক বামন ঘৰেৰ চেড়ি ।
কেহো গোফ উভৰয় মোচাৰয় দাড়ি ॥
মইতো পলাইলোৰে বাস্থুয়া ভৈলা আগ ।
বাঘে জেন পাইলেক ছাগলক লাগ ॥
মাৰনত বাস্থুয়া উদাস কৈল দেহা ।
আয় বৰতি সবে পলাই লাজ পায়া ॥
অভ্যন্তৰে বসি হাসে ঋষি ঋষিআনি ।
গায় মনকৰে নাৰদ কৌতুক কাহিনি ॥

(৩৬)

ব্ৰহ্মাৰ জে পুত্ৰ সুন নাৰদ মুনিৰাজ।
শীঘ্ৰ গমন কৰ বিবাহেৰ কাজ ॥
সুন জে ভাগিনা সুনিয়োক মুনিৰাজ।
বিবাহেত লাগিবেক কোন কোন সাজ ॥
লাড়ু লয়ন্থু লাগে পুড়া-কলেৰ ভাৰ।
দধি দুগ্ধ লাগিবেক ঘৃত ভাৰ ভাৰ ॥
পিণ্ডে পিণ্ডে কল্স লাগে এ ফুল চন্দন।
বসন ভুষণ লাগে আৰু গুয়া পান ॥
হাত ভৰি কামায়ো নাপিত ডাক দিয়া।
খাৰ তৈল চবায়োক ধোবাক আনিয়া ॥
নাইবাক গৈল গোসাই পুখুৰিক পানি।
তথাত আছয় দেৱি চণ্ডিকা গোসানি ॥
তেতিক্ষণে পঞ্চ আয় কৰিলন্ত দূৰ।
আনিলন্ত ফুল গোসাই ওৰ জে ধন্তূৰ ॥
ধন্তূৰাৰ গোসাই সাজিলা মুণ্ডি আলি।
মনকৰে ৰচিলেক বিহাৰ পঞ্চালি ॥
হৰ-গৌৰী বিহাৰ গিত জিতো জনে গাই
ধন জন সম্পদ জে বাঢ়োক সদাই ॥

( ৩৭ )

**সদাশিৱ বিহাৰ নাঙ্গটা শম্ভু সাজে ॥ধ্ৰুং**

বৰবেশত মহাদেৱ

ত্ৰিদশ কোটি দেৱগণ সবে সাজে ৰঙ্গ মন
নানা বাদ্যভণ্ড গীত বাণী।
সাজে ব্ৰহ্মা চতুৰ্ম্মুখ হাতে লৈয়া শ্ৰুৰুশ্ৰুয
গৰুড় কন্ধত গয়পানি ॥

দেবাসুৰ সাজে নৰ সাজে গন্ধৰ্ব্ব বিদ্যাধৰ
ঋষি তপসি মহামুনি।
গলাই হাৰেৰ মালা পিঠিত বাঘেৰ চালা
এ নাগ দেৱতি দুই কৰ্ণে॥
বিপৰীত জটা ভাৰ সৰ্পে কৰে ঝাতিস্কাৰ
ভস্মএ ভুষিত কৰি মনে।
বাঘেৰ চৰ্ম্মক আনি কটিত বান্ধিলা টানি
সাজে গোসাই বিবাহক মনে॥
বোকণ্ডি কাখত কৰি হাতে দ্বাদশ কাথি ধৰি
খটাঙ্গ ডম্বৰু জে ত্ৰিশূল।
মাথাত ঘোটনি দিয়া উদাস কৰিল হিয়া
সাজে গোসাই উন্মত পাগল॥
অষ্ট নাগে শোভে ফালি ওড় ধন্থ্ৰা মুণ্ডি-আলি
ওড়েৰ মালা গলেৰ হেমহাৰ।
হৰল গৰল খাই শিঙ্গা ডম্বৰু বজাই
লাঙ্গতে আচে বৃষভ উপৰ॥
চন্দ্ৰে ধৰিলন্ত চাতি সঙ্গা বিঙ্গা আগে বাতি
মঙ্গল কৰয় সুৰি নাৰি।
পঞ্চজন্য শঙ্খ ধৰি ফুস্কিলন্ত দেৱহৰি
টলবল কৰে হেমগিৰি॥
শ্মশান সালাৰ ভুত সাজিলেক বহুত
আৰুৰ সাজিলা প্ৰেতগণ।
হৰ-গৌৰী চৰণে গতি মনকৰে নিদগতি
চলিল গোসাই ৰিষিৰ ভুবনে॥

( ৩৮ )

আকি গোসাই কাৰবোল স্নুস্নুনিলা কানে।
চলিল গোসাই ৰিষিৰ ভুৱনে॥
খটাঙ্গ ডম্বুৰু গোসাই আনন্দে বজাই।
ৰিহায়ে দেৱৰ দেৱ বসন্ত খেলাই॥
বিশ্বামিত্র গোতম ঋষি চিন্তে সর্ব্বক্ষনে।
তাক আমি দেখিৱো নয়ানে॥
এহিবুলি দেৱ ঋষি প্রশংসা কৰয়।
চৌদিকি বেড়িয়া দেৱে পুষ্প বৰিষয়॥
লোক মুখে শুনি হেন বিপৰিত বানি।
ঋষিআনি থাকিলন্ত মনে মনে গুণি॥
কিনো ভৈলা মোহোৰ হ্নে গৌৰীৰ কপালে।
জামাই আচয় মোৰ বৃষভ উপৰে॥
ঋষি বোলে কিসক কৰিচা অপমান।
ঋষিআনি জায়া জে জামাইক বৰি আন॥
হৰক কৰিয়া বিদ্যমান।
গৌৰী ঝিউক মঞি কৰিবোহো দান॥

( ৩৯ )

হৰি হৰ শিৱাই জে॥ ধ্রুং

বৃষভত চড়ি হৰ জাই হিমন্তৰ ঘৰ
সব দেবে ধৰিলা যোগান।
ঋষিৰ বচন পায়া বাদ্যবাই বাজনিয়া
সাজে ঋষিআনি লৈয়া আয়াগণ॥
আয়গণ লগে কৰি দীপ ঘট ৱাতি ধৰি
সাজে দেৱি জমাইক বৰিবাৰ।

মঙ্গল কৰে সুৰ নাৰি　　　পূৰ্ণ কাসিৰাতি ধৰি
বৰিবাক জাই হৰবৰ ॥
দূৰ্ব্বাক্ষত লৈয়া হাতে　　　দিতে চাহে জমাইৰ মাথে
আচে জমাই বৃষভ উপৰ ।
মাথাত ঘোঙ্গট দিয়া　　　শৰিৰ উদাস হৈয়া
ছুয়া গোসাই ধুলা এ ধুসৰ ॥
আচোক বৰিব বৰ　　　দেখি ভৈল ভয়ঙ্কৰ
নগৈলন্ত জমাইৰ ওচৰ ।
আয় পলাই ভিতাভিতি　　　পেলায়া চালনি বাতি
ঋষিআনি গৈল অভ্যন্তৰ ॥
কেহো পলাই লয়ৰে　　　উফ্ৰি পৰয় ডৰে
কেঁহো ভৈলা চমকিত বৰ ।
পৰম ভয়ক পায়া　　　আয় গৈলা পলায়া
বিপৰিত দেখিয়া জমাইৰ ॥
আচোক বৰিব বৰ　　　দেখি ভৈল ভয়ঙ্কৰ
লাঙ্গটে আচে বৃষভ উপৰ ।
কি কহিৰো ঋষি সুন　　　লাঙ্গটা জমাইৰ গুণ
বাহুড়িয়া জাউক জমাই ঘৰ ॥

(৪০)

ঋষিআনি কান্দে ভাল জে ॥ধ্ৰুং

বিপৰীত জটা জমাইৰ গলে হাৰেৰ্ম্মাল ।
জটাজুট পিঙ্গট জে এ আঠ কপাল ॥
আখি খাইলি ঋষি জে কোথাইত পাইলি বৰ ।
লাঙ্গটে আচই জমাই বৃষভ উপৰ ॥
কি কহিবো তোহোৰ জমাইৰ জত গুণ ।
বাহুড়িয়া জাউক জমাই ঝিউৰ নেদন ॥

হাতে ভৰি বান্ধি ঝিউক পেলাইবো জলে ।
লাঙ্গটা জমাইক নেদিবোহো একো কালে ॥
ঋষি বলে ঋষিআনি সবে ভৈল সাজ ।
জমাইক বৰিয়া আন বিবাহেৰ কাজ ॥
লাজ নাহি ঋষি তুমি চাহা বাহিৰ হয়া ;
লাঙ্গটে আচয় জমাই শিঙ্গা ডম্বৰু বায়া ॥
আয় পলাই ডৰে লাঙ্গটা দেখিয়া ।
কি মতে গৌৰিক দিবো দুই চক্ষু খায়া ॥
নেদিবো গৌৰিক বিহা জাউক বাহুড়িয়া ।
এ ছায়া মণ্ডপ ঘট পেলাউ ভাঙ্গিয়া ॥
অনাথৰ নাথ জমাই জগত ইশ্বৰ ।
দিগম্বৰে আচে গোসাই বৃষভ উপৰ ॥
স্বায়ম্বৰ বেশ জমাই জগত ঈশ্বৰ ।
হেন দেৱ নিচিনস মুগুধ পামৰ ॥
মায়া নিচিনস ঋষি আনি জমাইক বৰি আন ।
এ শুভ লগনে ৰে গৌৰিক কৰো দান ॥
শিৰ নহে টিৰ নহে জাউক বাহুড়িয়া ।
লাজ নাহি ঋষি তুমি চাহা বাহিৰ হয়া ॥
লাঙ্গটে আচয় জমাই শিঙ্গা ডম্বৰু বায়া ।
আয়তি বৰতি পলাইলা লাঙ্গটা দেখিয়া ॥
শিৰ নোহে টিৰ নহে কোথাইৰ হুতাশন ।
নেদিবো গৌৰিক বিহা গুচায়ো বাজন ॥
দোলা ঘোড়া চাৰি গোসাই বৃষভ আসন ।
ভাঙ্গ ধতুৰা খাই ভ্ৰুকুটি নাচন ॥
নেদিবো গৌৰিক বিহা জাউক বাহুড়িয়া ।
এচ্চায়া মণ্ডপ ঘৰ পেলায়ো ভাঙিয়া ॥
এহি দেৱে ব্ৰহ্মাহৰ এহি নাৰায়ণ ।
এক দেৱে তিনজন নাই ভিন্ন পৰ্ম ।
এহি জমাইক চিন্তিলে পাই মুকুতি দুয়াৰ ॥

অনাথৰ নাথ জমাই জগত ঈশ্বৰ।
মায়া কৰি আচয় শূন্যত দিয়া ভৰ॥
হেন জমাইক নিচিনস মুগুধি পামৰি।
আপুনাৰ দোষে তুমি মৰিচা ব্ৰৰ্ব্বাৰি॥
ডাক দিয়া নাৰদ গোসাইক কৰে সাখি।
ঋষি ঋষিআনি তুই কৰে মেকা মেকি॥
ঘৰেৰ বাসুয়াক নেদেখয় ভিন্না ভিন্ন।
তোমাৰ শ্বশুৰ মামা মাগীৰ অধীন॥

(৪১)

হৰৰ ৰূপ পৰিবৰ্ত্তন

চাড়িলা শঙ্কৰ বিপৰিত ৰূপ অপৰূপ ৰূপ।
ডৰে পলাইলা আয় নভৈল সম্মুখ॥
জটা এ মুকুট ৰে ভুজঙ্গে অলঙ্কাৰ।
কুণ্ডলে কুণ্ডলে ভৈল হাৰে পেচান্দাৰ॥
ব্যাঘ্ৰ চৰ্ম্ম গুচি ভৈল এনেত বসন।
ভস্ম এ ভূষিত ভৈল মলয়া চন্দন॥
তুৰ গেল সিংহ নাদ দ্বাদশ পান।
ঝুলি কন্থা দূৰ গেল লাউকেৰ থান॥
অৰ্দ্ধ চন্দ্ৰে শোভা কৰে হৰেৰ শিৰত।
ত্ৰিশূল-পাটে শোভা কৰে হৰেৰ হাতত॥
নিৰ্ম্মল ফটিকৰে গোসাইৰ কলেৱৰ।
কোটী কালাৰূপ ভৈল অনাদি মহেশ্বৰ॥
দুৰ্গা বোলে মায়ৰে জয়াইক ধৰি আন।
দেখ গিয়া জমাইৰ কমন ৰূপ ঠান॥
ক্ষনে ক্ষনে আৰ হয় ক্ষনে নেহালয়।
বেড়া ভাঙিয়া জে ভাবুকি পাৰি চাই॥

ঋষি বোলে ঋষিআনি আয়-গৈল কতি
জেমত জামাইৰে তেমন পাৰ্ব্বতি ॥
দুৰ্গাক কৰাইলা লাস আয়গণ আসি।
গাই মনকৰে হৰ গৌৰি কাহিনি ॥

(৭২)

নজাইবো নজাইবো ঐ মায় হে
মায়হে বৰ বৰিবাৰ তৰে।
এখানে জায়া পলাই আসিলো লাঙ্গটা শম্ভুক ডৰে ॥ ধ্ৰুং

পাঞ্চ আয় লৈয়া চাহি আইস গিয়া
এক জনি আইস দেখিয়া।
সৰ্ব্বাঙ্গে সুন্দৰ ৰূপে বিদ্যাধৰ
নিৰ্ম্মল ফটিক হিয়া ॥
এক আয় নাৰি লজ্জা পৰিহৰি
চাহিবাক গৈলা চলে।
দেখিয়া জুৱতি ভৈলা উনমতি
দেখিয়া পৰিল ভোলে ॥
ভাল ঋষি ঘৰ তোমাৰ জমাই বৰ
খানিতেক নাহি লাজ।
পিতৃ গুৰু জন একো এ নাজানে
নাহি জানে একো কাজ ॥
কেহো সম নোহে এৰূপ অধিক
দেখিয়া হৰেৰ ভাগ।
সবাৰ বয়স চাড়েখাড়ে গৈল
তৰুণি পায়া গৈল লাজ ॥

কামিনী মোহন ৰে হৰেৰ ভৈলা ৰূপ।
ৰূপ দেখি দেৱগণ সবে ভৈলা চূপ॥
শঙ্কৰেৰ ৰূপ ভৈলা কামিনী মোহন।
*কোটি চন্দ্র সম জলে হৰেৰ বদন॥*
এখনে আছিলা হৰ বিৰূপ হয়া।
দেৱতো অধিক ৰূপ কোথাইত পাইলা জায়া॥
শঙ্কৰেৰ ৰূপ ভৈলা জগত মোহন।
হৰক দেখিতে ৰে সবাৰো ভৈল মন॥
পাঞ্চ আয় এড়িলেক গৌৰিৰ পাস।
শঙ্কৰক দেখিতে সবাৰ হাবিলাস॥
ঘণ্ট বাতি লৈল সবে সুমঙ্গল সাজ।
গিত্ত গায় নাৰি সবে এৰি লাজ কাজ॥
জমাইক বৰিলা পাচে দুৰ্ব্বাক্ষত দিয়া।
মাথাৰ উপৰে পেলাইলা নেয়চিয়া॥
পঞ্চ শব্দে বাদ্য বাই সুমঙ্গল গাই।
জমাইক বৰিয়া আনে আনন্দ বঝাই॥
তিনিবাৰ দিলা খণ্ড বিচনিৰ বায়।
গোসাইক বড়িল গিয়া মেনকাক্ষে মায়॥
দুই হাতে দুৰ্ব্বাক্ষত পেলাইলা তিনিবাৰ।
সাত পাঞ্চ আয় বেড়ি ভাঙ্গিলা হেঙ্গাৰ॥
জমাইক বড়িয়া আনে সুমঙ্গল ৰাতি।
ঋষি বোলে ঋষিআনি আয় গৈল কতি॥
হৰেৰ চৰণে মতি দিয়া শতবাৰ।
পদ্মমাই সুপ্রসন্ন গাই মনকৰ॥

দুৰুগা নাহাৰে ঃ বিহাৰ সানন্দে লাস কৰে নাহাৰে।ধ্ৰুং

কন্যা বেশত পাৰ্ব্বতী

কাঙ্কই কৰিয়া দুৰ্গা বিৰচিলা কেশ।
কমলমতি খোপা দুৰ্গা বান্ধিলা বিশেষ॥
খোপাত পিন্ধিলা দুৰ্গা বকুল মালতি।
সুবাসিত চন্দন পিন্ধিলা পাৰ্ব্বতি॥
শিখেতে সিন্দুৰ দুৰ্গাৰ নয়নে কাজল।
কৰ্ণত পিন্ধিলা দুৰ্গা মকৰ কুণ্ডল॥
গলে হাৰ পিন্ধিলা হাৰেৰ নাহি মোল।
ৰতনে খচিত দুৰ্গা পিন্ধিলা কাঞ্চুল॥
হাতত পিন্ধিলা দুৰ্গা কেয়ূৰ কঙ্কন।
অঙ্গত পিন্ধিলা দেৱি এনেত বসন॥
উঝটি ৱায়াটি পিন্ধে নুপুৰ ঘাগৰ।
বাহুত পিন্ধিলা দেৱি টাৰ ঝাতিস্কাৰ॥
নানা মত ৰতন মুকুতা থানে থান।
চিকিমিকি কৰে জেন ৰবিৰ কিৰন॥
সৰিৰৰ কান্তি জ্বলে কহনে নাজাই।
কোলাত বৈসায়া বাপে পিউৰ চুমা খাই॥
জেহি অঙ্গে জেহি সোভে তাহাক পিন্ধাই।
হাতত দৰ্পন ধৰি ৰূপ নেহলাই॥
দুৰ্গাৰ ৰূপক কেহো চাহন নাজাই।
সম্মুখে চাহিলে দেৱিক নয়ান ফুটি জাই॥

**হৰি হৰ শিবাই নাহাৰে॥ধ্ৰুং**

হৰ পাৰ্ব্বতীৰ বিবাহ

কি কৰে ঋষিৰ ঘৰ বাহিৰে ৰহিল বৰ
বোলন্ত নাৰদ মহা মুনি।
ভইল মাহিন্দ্রি যোগ কন্যাদান কৰিয়োক
বাহিৰ কৰা চণ্ডিকা গোসানি॥
মাথাত জে মুড়িআলি কুন্দ মুঠি আমদালি
দিয়া গৈল দুৰ্গাৰ হাতত।
এ সুভ লগন ভৈল এ মুখ চন্দ্রিকা কৈল
হৰ-গৌৰিক তুলিয়া খাটত॥
পাঞ্চ জন্য শঙ্ক হৰি ফুঙ্কন্ত আনন্দ কৰি
নানা বাদ্য ভণ্ডে গীত গায়।
মঙ্গল গায় সুৰ নাৰি পুৰ্ণ ঘণ্ট বাতি ধৰি
ইন্দ্ৰ ৰাজা চত্ৰ ধৰি জায়॥
গৌৰিক বাহিৰে নিয়া কাপোড় ওড়ন দিয়া
হৰ-গৌৰিক তুলি সিংহাসনে।
গৌৰি এ প্ৰনাম কৰে কুন্দ মুঠি মেলি মাৰে
শতবাৰ গণিল নাৰিগণে॥
স্বৰ্গে মঞ্চে জয় জোকৰ গলেৰ পালট হাৰ
ভুমিত নামিল পাৰ্ব্বতি।
পালতি বসিল আসি বান্ধিলা লগন-গাঠি
বসিল মণ্ডপ ভিতৰতে॥
কি কৰে ঋষিৰ ঘৰ দান বাহিৰ কৰ
বুলিলন্ত নাৰদে বচন।
ইন্দ্ৰ আদি দেৱগণ বসিলন্ত সিংহাসন
দেৱ বসিল নাৰায়ণ॥

পঞ্চ হৰিতকি লৈয়া　　　জমাইক বোলয় ছায়া
তুমি জমাই তৃজগতেৰ পতি।
মোত নাহি ধন জন　　　কিবা কৰিম দান
আমি জঞাঁই তোমাৰে সে ভৃত্য ॥
ব্ৰহ্মা দেৱে বেদ পঢ়ে　　　ঋষি দান উৎসৰ্গ কৰে
হৰিতকি দিয়া জমাইৰ হাতে।
দুৰ্ব্বাক্ষত দিয়া ধান　　　গৌৰিক কৰিলা দান
ঘণ্ট জল চিটাইলন্ত মাথে ॥
জেন মনে মানসিলো　　　তেমন জঞাঁক পাইলো
দান প্ৰতি নকৰিবা ৰোস।
সুৰ সুৰ চৰাচৰ　　　গন্ধৰ্ব্ব কিন্নৰ নৰ
ক্ষেমা কৰিয়োক জত দোষ ॥
বোলন্ত নাৰদ মুনি　　　কতি গৈল ঋষিআনি
আসিয়া জঞাঁক দান কৰ।
মমা বিহাইন্ত গৌৰি　　　ভাণ্ডেৰ নাপাইল কড়ি
কিচো নাই ভিক্ষাবিয়াৰ ঘৰ ॥
নাৰদে কৰি উপহাস　　　জত দেৱে কৰে হাস
নাৰদ মুনি মহাৰঙ্গ কৰে ॥
ঋষি কৰে কন্যা দান　　　জেন মেৰু সমান
ভালেতো নাৰদে পাতে দন্দ।
বোলে দেৱ পঞ্চানন　　　কিবা কৰিম দান
নাৰদ বেটা আতি বৰ মন্দ ॥
সুনহ আমাৰ বানি　　　ভাগিনাজে মহামুনি
আচে মোৰ কুবেৰ ভাণ্ডাৰি।
হৰ গৌৰিৰ মঙ্গল গাই　　　জন্তবিতে উপাই
মনকৰে চিন্তে বাগেশ্বৰী ॥

যজ্ঞ কৰে ব্ৰহ্মা হৰ-গৌৰিৰ বিহায় ।
এবাজি বাজনৰে উঠিল ঠায়ে ঠায় ॥
দান খণ্ডৰ কথা ভৈলা সমাপত ।
ব্ৰহ্মাশ্ৰুৱ লৈয়া বসিল যজ্ঞত ॥
অগৰু চন্দন সাগৰেৰ পৰা আনি ।
ভণ্ডাৰৰ হস্তে পাঞ্চ ঘৃত দিলা আনি ॥
আপুনি হেমন্ত ঋষি ব্ৰহ্মাক বড়িলা ।
কুশণ্ডি কৰিয়া ব্ৰহ্মা যজ্ঞ আৰম্ভিলা ॥
আপুনি জে ব্ৰহ্মাদেৱে হোমেৰ কৰে সাজ
হোম অগ্নি জালিলা নাৰদ মুনিৰাজ ॥
বিধিখান চাহি ৰাক্য কৰে প্ৰজাপতি ।
নাৰদ ঢালিলা ঘৃত দিলন্ত আহুতি ॥
এহিমতে ব্ৰহ্মা যজ্ঞ কৰে কতমান ।
হুতাশন ৰূপে দেৱে কৰে ঘৃতপান ॥
ব্ৰহ্মাৰ হোমত তুষ্ট হৈল দেৱগণ ।
খৈ-পূজা পুজিতে আসিলা নাৰায়ণ ॥
হৰগৌৰি উঠিলন্ত বিধিৰ ব্যঁয়হাৰ ।
প্ৰদক্ষিণ কৰি খৈ পুজে সাতবাৰ ॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ আৰা তিনি ভাই ।
হোমৰ কাজল পিন্ধেলেক ঠাই ঠাই ॥
যজ্ঞ সমাপতি ভৈল ৰান্ধিলা পায়স ।
হৰ-গৌৰি ভুঞ্জিলা পায়স পঞ্চগ্ৰাস ॥
ভৃঙ্গাৰেৰ জলে গোসাই কৈল আচমন ।
একে একে সাজিলা তৃদশ দেৱগণ ॥
গুয়া পান পালটিয়া খাইলা কতমান ।
সাজ সাজ বুলি দেৱে বুলিলা বচন ॥
হৰ গৌৰি বিহা এহি মানে সমাপতি ।
কহে মনকৰে হৰ গৌৰি নিগদতি ॥

সাজে দেৱগণ　　　　বোলে ত্রিনয়ন
নাচয় নাৰদ মুনি ।
ব্রহ্মা চতুর্ম্মুখ　　　　লৈয়া শূলপাণি
মুখে বায়ে শঙ্খধ্বনি ॥
নাচে দেৱগণ　　　　সবে ৰঙ্গ মন
ঋষিআনি কান্দিয়া জাই ।
ঝিউক চাহে ঘনে　　　　ঋষি ৰঙ্গ মনে
সদাএ আনন্দময় ॥
নন্দী গীত গাই　　　　ভৃঙ্গি বাদ্য বাই
মঙ্গল গাই সুৰ নাৰি ।
নাচে দেৱগণ　　　　সবে ৰঙ্গ মন
চলে আপুনাৰ পুৰি ॥
পাইলা বাসা হৰ　　　　এ দেৱ শঙ্কৰ
সৱে দেৱ নামিলন্ত ৰথে ।
সঞ্জা বিঞ্জা নাৰি　　　　আইলা বাতি ধৰি
হৰ গৌৰি বসিল সমস্তে ॥
দেৱ সমন্বিতে　　　　মন্দিৰে চলিয়া
গৈল আপুনাৰ স্থানে ।
গাই মনকৰ　　　　গৌৰিৰ কিঙ্কৰ
গঙ্গা বিস''দিত মনে ॥
বাহুৰা ব্রহ্মাণী　　　　দুস্তৰ তাৰিনী
দেৱ শঙ্কৰেৰ ঝিউ ।
দিব পুত্র বৰ　　　　ধনে ভৰোক ঘৰ
সুখে থাকে চিৰঞ্জিৱ ॥

পাটী পাৰিআ দিলা এ তুলি মহৰি ।
তাহাত সুতিল দুই দেৱ হৰ গৌৰি ॥
দুহানৰ হৃদয় কৰিয়া এক ঠায় ।
বিহায় ৰাত্রিৰ দিনা নাই ভিন্ন ভায় ॥
বুকে বুকে মুখে মুখে নাহিকে অন্তৰ ।
দুহান বাহুত দুই দিলন্ত শিঅৰ ॥
হেন মতে দুহাঙ্কো যোগায়ে কন্যাগণে ।
কাজলে (?) কোঠাত গঙ্গা বিসাদিত মনে ॥
জাৱতে আচিলো গোসাইৰ জটাৰ ভিতৰ ।
এবে কেনে গোসাই মোক দেখে ভিন্ন পৰ ॥
এহি বুলি জাহ্নুসুতা কৰন্ত বিসাদ ।
অৱশেষ কালে মোৰ হইল প্রমাদ ॥
কতো কতো অপেশ্বৰা তাম্বুল যোগায় ।
কতো অপেশ্বৰা সুললিত গীত গায় ॥
সঞ্জা বিঞ্জা দুই কন্যা জান্তে হাতে পায় ।
নন্দি ভৃঙ্গি দুইজনে কৰে পাখা বায় ॥
হেনমতে কতো বৰ কন্যাক যোগাই ।
নিসি অবসান ভৈলা ৰজনি পুহায় ॥
ৰজনি প্রভাত ভৈল প্রসন্ন বিহান ।
হৰ গৌৰিক কন্যাগণে কৰালা চিনান ॥
স্নান কৰিয়ো গোসাই পিন্ধিলা বসন ।
ফুল জে সিন্দুৰ পিন্ধাইলন্ত কন্যাগণ ॥
অলঙ্কাৰে ভূষিত কৰিলা দেৱৰাজ ।
তৃদশে কৰিলা ফুল সিন্দুৰৰ কাজ ॥
পূর্ব্বমুখে বসিলন্ত আসন ভিড়িয়া ।
সিন্দুৰে লিপিত কৈলা কপাল ভৰিয়া ॥
পঞ্চ শব্দে বাদ্য বাই মঙ্গল মধুৰ ।
হৰ গৌৰিৰ নাম ভৈলা এফুল সিন্দুৰ ॥

ঘাটন ঘোটন খেলাই হাৰিলাক বৰ।
গৌৰিক এৰিয়া গোসাই জাই দেশান্তৰ ॥
গৌৰি এ বাহুৰাইলা গোসাইক আঞ্চোলে ধৰিয়া
তোমাক পুসিবো গোসাই কাটন কাটিয়া ॥
হাসিয়া বুলিল জে নাৰদ মুনিবৰ।
কন্দল লাগিলে জাইবা মামি বাপেৰ ঘৰ ॥
বিবাহেৰ কথা এহিমানে সমাপতি।
গাই মনকৰে হৰ-গৌৰিৰ কিৰিতি ॥

**হৰ-গৌৰীৰ বিবাহ-খণ্ড সমাপ্ত**

( ১ )

পঞ্চালি খেলাই ভাল জে।
দেৱ মোৰ খেলাই পঞ্চালি ঃ নৱ বধু লৈয়া নাহাৰে ॥ ধ্রুং

হৰৰ পুষ্প বনলৈ যাত্ৰা

গঙ্গা দুৰ্গা লৈয়া গোসাই খেলে পাশা সাৰি।
হেন বেলা জান দিল ফুলেৰ পসাৰি ॥
বৈশাখ নিবড়ি গোসাই জৈষ্ঠ আসি ভৈল।
ফুলেৰ জে পাসি গোসাই খসি খসি গৈল ॥
এড়িলেক পাশা গোসাই এড়িলেক সাৰ।
ফুল ধাৰি জাইবো গঙ্গা দুৰ্গা সাজ কৰ ॥
ফুল ধাৰিক জাইতে গোসাইৰ ভৈলা মন।
গঙ্গাই মিনতি কৰে ধৰিয়া চৰণ ॥
ইঠাইত গোসাই আমি জত ফুল পাওঁ।
সব ফুল আনি গোসাই তোমাক যোগাওঁ ॥
এলা ফুলে গঙ্গা দুৰ্গা মোৰ নাহি কাজ।
ফুল ধাৰি জাইবো গঙ্গা দুৰ্গা তুই সাজ ॥
নাযায়োঁ নাযায়োঁ গোসাই আমাক এড়িয়া।
আমাক নিয়োৰে গোসাই সঙ্গতি কৰিয়া ॥
গৃষ্ম লাগিলে গোসাই যোগাইবো বায়।
আৱাস লাগিলে জাস্তিবোহো হাত পায় ॥
তিৰি লৈয়া পন্থ হাঠিবাৰ নহে যোগ্।
দেৱাসুৰ নৰে সুনি হাসিবেক মোক ॥
আমাক এড়িয়া গোসাই জাইবা ফুলধাৰি।
কতনো দিৱসে গোসাই আসিবা বাহুড়ি ॥

জত ফুল গঙ্গা দুর্গা তোমাক দিবো আনি
এক দিৱসেকঃলাগি দিয়োৰে মেলানি ॥
প্ৰবোধ গৈলন্ত দেৱি গঙ্গা পাৰ্ব্বতি।
গাই মনকৰে হৰ গৌৰী নিগদতি ॥

(২)

সাজ সাজ বৃষভ গোট জে জাইবো ফুলধাৰি।
স্নুনি সচকিত ভৈল বৃষভ অধিকাৰি ॥
তেখনে সাৰথি বৃষভ কৈল লাস।
শৰীৰত ভূষিলন্ত স্নুগন্ধ স্নুবাস ॥
শুক্ল বৰ্ণ বাস্নুয়াৰ শুক্ল লাঞ্জ গোট।
গলেত পিন্ধাইলা তাৰ জয় ঘণ্টা গোট ॥
দুই শৃঙ্গে লগাইলন্ত স্নুবৰ্ণ কঙ্কন।
এমনি মুকুতা লগাইলন্ত স্থানে স্থান ॥
স্নুৱৰ্ণ ৰজতেৰ লগাইলা স্থানে স্থানে।
বাস্নুয়া গোটক চাইলন্ত শুদ্ধ জে স্নুবৰ্ণে ॥
ঘাগৰ ঘুগৰা লগাইলন্ত চাৰি পায়ে।
শ্বেত নেত চামৰ পিন্ধাইলা ভায়ে ভায়ে ॥
কপালে দৰ্প্পন দিলা চন্দ্ৰৰ আলয়।
সিংহ বাঘ্ৰে ৰূপ দেখি দূৰতে পলায় ॥
বৃষভ গোট কমায়া গোসাইৰ কৈল আগ।
ভাঙ্গ ধস্তূৰা গোসাই সাজে ভাগে ভাগ ॥
ব্যাল্লীশ সাজ আনি দিয়া গেল চণ্ডি।
বিশ্বকৰ্ম্মে যোগাইলন্ত ফুলেৰ কৰণ্ডি ॥
ঝুলি কন্থা সাজে গোসাই লাউকেৰ থাল।
খট্টাঙ্গ ডম্বৰু সাজে এ দশ কপাল ॥

স্নান করি গোসাই পিন্ধিলবিভুতি।
সঞ্জা বিঞ্জা দুই আৰম্ভি ঘণ্ট বাতি ॥
গঙ্গা দুর্গাৰ ভৈলা বিষাদিত মন।
গায় মনকৰে হৰ গৌৰিৰ চৰণ ॥

(৩)

সিংহনাদ কৰে গোসাই ডম্বৰুৰ ছেয়ে।
যাত্রা লৈয়া বাহিৰাইল অনাদি মহাদেৱে ॥
বিপ্রে বেদ পঢ়ে বেদধ্বনি সুমঙ্গল।
নাসিকা পবন গোসাই পাইলা কুশল ॥
ফুল ধাৰিক জাই দেৱ মোৰ ফুলধাৰি জাই।
আগত শালিকা পেঞ্চা সুমঙ্গল গায় ॥
একেহি কালৰ সুখে লয়া অনুমান।
ঘণ্ট বন্তি লৈয়া যাত্রা কৰিলা পয়ান ॥
বৃষভৰ পিঠিত তুলিতে চাহে পায়।
চালৰ উপৰে জেঠি কৰে তিনি ৰায় ॥
গোসাই বোলয় বাহুড়িতে নাহি যোগ।
পুনৰপি গঙ্গা দুর্গা নপঠাইবে মোক ॥
গোসাই জানিলা যাত্রা আপুনাৰ মনে।
বাহুড়িয়ো গঙ্গা দুর্গা বোলে ঘনে ঘ.ন ॥
লাম্ফ দিয়া গোসাই উঠিল বৃষভ উপৰে।
বাহুড়িয়া গঙ্গা দুর্গা যাইলা বাস হৰে ॥
বাহুড়িল গঙ্গা দুর্গা চক্ষুৰ পৰে পানি।
কুবুদ্ধিয়া গোসাইৰ জে লাগিলেক শনি ॥
বায়ু বেগে গোসাইৰ জে ৰথ গেল বায়া।
গোসাই ৰহিল বটবৃক্ষ লাগ পায়া ॥

বট বৃক্ষ তলে গোসাঁই আৰোপিলা পায়
পক্ষি সেৱা কৰে সুললিত কৰে ৰায় ॥
বৃক্ষতলে গোসাই জিৰাইলা মহা সুখে ।
বাসাহৰে গঙ্গা দুৰ্গা ৰহিল মনো দুখে ॥
মনকৰে ৰচিলেক শ্ৰাবনেৰ গিত ।
দেবাসুৰ নৰলোকে ৰহিলা কিৰিত ॥

(৪)

কি গোসাই পক্ষি সেৱা কৰে নাহা ৰে ।ধ্ৰুং

বাসাহৰ চাড়ি গোসাই কত দূৰ জাই ।
কতদূৰ জায়া গোসাই বট বৃক্ষ পাই ॥
না না জাতি পক্ষি পাড়ে সুললিত ৰায় ।
সঘনে বহয় তাত সুললিত বায় ॥
হংস ময়ূৰ তিত্তিৰৌকা জে ডাউক ।
ময়ূৰে পেখন ধৰে আতি অনুৰূপ ॥
দলৰ দল পক্ষি সেৱা কৰে দলত পড়িয়া ।
টুনি সেৱা কৰে দেৱ এ পাদ পৰিয়া ॥
ভাৰে সেৱা কৰে দেৱ আকাশে উড়িয়া ।
বগবগি সেৱা কৰে জলত পড়িয়া ॥
পক্ষিৰ সেৱাত গোসাই ৰঙ্গ ভৈল মন ।
ফুল ধাৰিক গোসাই জে কৰিলা গমন ॥
ইহাক এড়িয়া গোসাই কত দূৰ গৈলা ।
কতো দূৰ গৈয়া গোসাই সৰোবৰ পাইলা ॥
দেখিয়া পুস্কৰ্ন্নি গোট গোসাইৰ মন দুখ ।
পক্ষি সেৱা কৰে গোসাই আতি অনুৰূপ ॥

পড়িল ভোলে দেৱ পড়িল ভোলে।
ইহেন সমত্রি গঙ্গা দুর্গা নাই কোলে ॥ধ্রুং

পদ্মাৰ-জন্ম

আসিলন্ত দেৱেৰ দেৱ পুষ্কণ্নিৰ তিৰ।
দেখিলা পুষ্কণ্নি গোট গহীন গম্ভিৰ ॥
নির্ম্মল জলত জে পঙ্কজ প্রকাশ।
নানা বিধ পুষ্পেকৰে সুগন্ধ সুবাস ॥
নানা তৰু সব ফুলে ফলে মেলে ডাল।
কতো কতো ভ্ৰমৰা কঁৰয় কোলাহাল ॥
কতো কতো ভ্ৰমৰা উড়িয়া যাই সঙ্গ।
তাক দেখি শঙ্কৰেৰ আত্তি মন ৰঙ্গ ॥
তাক দেখি দেৱেন্দ্ৰৰ পড়ি গৈল ভোলে।
এহেন সময় গঙ্গা দুর্গা নাই কোলে ॥
হাহা গঙ্গা হাহা দুর্গা বোলে ঘনে ঘনে।
কামে পিড়িল গোসাই আকুল কৰে মন ॥
সোভিত পুষ্কণ্নি শুবৰ্ণেৰ চাৰি ঘাট।
নানা মত বাখৰ জে নিম্মিলা তাহাত ॥
নানা বৰ্ণ্নে পুতুলা আছয় সাৰি সাৰি।
নানা জাতি পুষ্প ফুলে আছে হালি হালি ॥
তাক দেখি শঙ্কৰেৰ মতি ভৈলা আন।
দুর্গা অবিহনে ৰে কেমনে ধৰো প্ৰাণ ॥
ফটিক্যেৰ জেঠিৰে মানিক্যে কৰে চাট।
জলত পেলাইলে জেঠি দেখি তিনি গোট ॥
হেন জলে নামিলে দেখয় সৰ্ব্ব অঙ্গ।
হংসা লৈয়া হাসিনি কৌতুকে জাই সঙ্গ ॥
হংসৰ ক্ৰিয়াক গোসাই কৰিলেক সাৰ।
সহিতে না পাৰে দেৱ মদন টঙ্কাৰ ॥

হাহা গঙ্গা হাহা দুৰ্গা বোলে ঘনে ঘন ।
কাম টলিল গোসাই আকুল কৰে মন ॥
কাম টলিল গোসাই পদ্মৰ পত্ৰত ।
লাজ পাই গোসাই জে চপড়াইলা মাথ ॥
মঞ্চত থৈইবো কাম পৃথিবী হয় চন্ন ।
স্বৰ্গত থৈইবো নষ্ট হৈব দেৱগণ ॥
জলত থৈইবো কাম নষ্ট হৈব মিন ।
পাতালে থৈইবো ৰে বাসুকি হৈব হিন ॥
বুলিলন্ত দেৱৰাজ এ যোগ ধিয়ায়া ।
পাতালে চলিল কাম পদ্ম নালা পায়া ॥
পাতাল পুৰক ৰে গোসাইৰ গৈলা কাম ।
উপজিল কন্যা এক অতি অনুপাম ॥
অনন্ত নাগে আসিয়া কৰিলা নাড়ি ছেদ ।
পাতাল পুৰত মায়ৰ কৈল কৰ্ণ ভেদ ॥
প্ৰথমতে মায় থৈল পদুমাই নাম ।
কন্যা গোট উপজিল আতি অনুপাম ॥
মনকৰে ৰচিলেক শ্ৰাবণৰ গীত ।
দেৱাসুৰ নৰলোকে ৰহিলা কিৰিত ॥
পঢ়ন্তা সুনন্তা জনক দেৱি দেউক বৰ ।
কিৰিতি ৰহিল জে চন্দ্ৰ দিবাকৰ ॥
স্নান তৰ্পণ কৰিয়া গোসাই জাই ফুল ধাৰি
পাতালত উপজিল পদুমাই কুমাৰি ॥
উপজিয়া ঝিউ বাপক নাপাইল দৰিশন ।
উপজিয়া দেৱি নকৰিলা তন পান ॥
উপজিলা ঝিউ বাপে পায়া গৈল লাজ ।
মঞ্চত সৰজি থৈইল দেৱ ধৰ্ম্মৰাজ ॥
পাতাল পুৰত মায় কৈলা ৰাজ্যভাৰ ।
মঞ্চত আসিয়া দেৱি ভৈল অৱতাৰ ॥

পাতালপুৰত মায়ক পূজে নাগগণ।
পাতালপুৰত থাকিবাৰ নাহি মন॥
বাসুকি নাগক জেৱে দেৱি লৈলা মনে।
অষ্ট নাগ লৈয়া উঠিল মনুষ্য ভুবনে॥
সেহি সৰোবৰ তিৰে পদুমাইৰ বাসা।
দেৱৰ দেৱক নচাড়য় গ্ৰহদশা॥
দেৱৰ দেৱক বিধি নাচাৰয় লাগ।
বাসাহৰে গঙ্গা দুৰ্গা লাগিল কান্দিবাক॥
নাগৰ পুৰিত মায় এ নাগ দেৱতি।
স্বৰ্গ মৰ্ত্ত পাতালত ৰহিল কিৰিতি॥
পদুমাইৰ চৰণ বন্দিয়া মনকৰ।
কিৰিতি ৰহিল জেৱে চন্দ্ৰদিবাকৰ॥

(৬)

কি ঈশ্বৰ দেৱ ভাল ফুল তোলে নাহাৰে।ধ্ৰুং

দুৱা দুৱলি বেল বকুল নাগেশ্বৰ।
পিণ্ডক তগড় চম্পা শিৰিষ কেদাৰ॥
শেয়ালি নেয়ালি আৰো পাৰলি ঘেয়ালি।
গুড় জে ধন্তুৰা তুলসী গুটিমালি॥
কেতকী মালতী বোল জাই জুতি ফুল।
পলাশ মধাই আযাড়িয়া জে বকুল॥
অশোক বাসকা আযাড়িয়া চম্পাফুল।
আমিলান ৰঙ্গিয়াল গুলাল বহুল॥
অগস্তি জয়ন্তি অপ্ৰাজিতা কৰবিৰ।
সবফুল তুলি গোসাই কৰণ্ডি ভড়িল॥
ব্যালিশ ফুল তুলিলন্ত দেৱ মহেশ্বৰ।
শিবৰ চৰণ বন্দি গাই মনকৰ॥

(৭)

আকি গঙ্গা বাই জে।
আকিঅ মোৰ বাই বাই মইতো জাইবো
গোসাইৰ উদ্দেশ্য॥ধ্ৰুং

ছন্দ-বেশিনী
দুৰ্গাৰ হৰ-মোহন

আমাক এৰিয়া গোসাই গৈল ফুলধাৰি।
দিৱসেক লাগি গৈল ভৈল দিনাচাৰি॥
কুচুনি সহিতে গোসাই আছে ক্ৰীড়াকৰি।
মইতো জাইবো গঙ্গা বাই কুচুনি ৰূপ ধৰি॥
কাঙ্কই কৰিয়া দুৰ্গা বিচাৰিলা কেশ।
কমল অতি খোপা দুৰ্গা বান্ধিলা বিশেষ॥
খোপাত পিন্ধিলা দুৰ্গা বকুল মালতি।
সুবাসিত চন্দন পিন্ধিলা পাৰ্ব্বতি॥
লাস লোটন কৰিয়া দুৰ্গাৰ দীৰ্ঘ কেশ।
মুখত গোমোনা খানি বজায়া বিশেষ॥
তুলিতে এৰিলা গোসাই কাঁনিস ফুল।
গোমোনাৰ বাদ্য শুনি চিত্ত বিয়াকুল॥
গোসাই বোলে কুচুনি কোথাৰ হন্তে আইল।
কুচুনিক আনি মোক বিধি এ মিলাইল॥
কুচুনি বোলয় গোসাই কাছে নাইস মোৰ।
মোৰ আগে কৰ গোসাই এ সত্য সত্তৰ॥
কুচুনিৰ বোলে সত্য কৰিলা ঈশ্বৰ।
কুচুনি সহিতে ক্ৰীড়া মালঞ্চ ভিত্তৰ॥
গোসাই হাতেৰ কাতিৰে কুচুনি আসে লৈয়া।
ছায়া বৈলা দেবৰ্দ্দেৰ বৌদ্ধৰূপ হয়া॥
গোসাইৰ হাতৰ কাতিৰে গঙ্গাৰ কৈলা আগ।
ভালেতো লবড়ে বুড়া নাভাসয় লাজ॥
গঙ্গা দুৰ্গা গোসাইক কৰয় উপহাস।
গাই মনকৰ হৰ গৌৰি দাস॥

(৮)

নাৰি শিৰোমণি জে নৱনিতৰালা পৰম সুন্দৰি নাহাৰে ॥ধ্রুং

সোনাৰ কাঞ্চুলি সাজে ৰূপাৰ কেঙ্কুৰা।
দধি দুগ্ধ সাজে মায় পঞ্চাস চঙ্কুৰা ॥
কাঙ্কই কৰিয়া দুর্গা বিচাৰিলা কেশ।
কমল জুতি খোপা দুর্গা বান্ধিলা বিশেষ ॥
সিখেত সিন্দুৰ পিন্ধে নয়নে কাজল।
বত্তিস অলঙ্কাৰ দেবি পিন্ধিলা সকল ॥
দধিৰ পসাৰ লৈলা মাথাৰ উপৰ।
গোয়ালিনি ৰূপে দেৱি ভৈলা অৱতাৰ ॥
দধিৰ পসাৰ লৈলা মাথাত কৰিয়া।
কদম্ব তলাত গোসাই আছন্ত বসিয়া ॥
মহা ৰঙ্গ মনে দুর্গা কাঞ্চুলি বান্ধিয়া।
আইশ বুলি ডাক পাৰে গোয়ালিৰ মায়া ॥
চৈত্র বৈশাখত জে নিৰলে বহে ঘাম।
এহিতো কদম্বতলে কৰিয়ো বিশ্রাম ॥
তোমাৰ কাছক গোসাই জাইতে মুজুৰাই।
গঙ্গা দুর্গা সুনিলে জে আমাকে খঙ্গাই ॥
তোৰ ঠানে তোৰ ভাগে দুর্গা আচে ঘৰে।
হেনতো গোয়ার্ম্মায়া ; সদৃশ তোমাৰে॥
কোছে নাহি কড়ি দধি খাইবাহা কমনে।
হাতেৰ গোমনা বন্ধা দিয়োক আপুনে ॥
হাতেৰ গোমনা গোয়ালনি আইসে লৈয়া।
চায়া ৰৈল গোসাই জে বৌদ্ধৰূপ হয়া ॥
দুর্গাৰ চৰণে মন কৰি এক চিত্ত।
মনকৰে ৰচিলেক ফুলধাৰিৰ গীত ॥

(৯)

## ফুল তোলে গোসাই জে ॥ধ্রুং

ফুল তোলে গোসাই কৰণ্ডি সাজে।
না না কুতুহলে ডম্বৰু বাজে ॥
বিধি আচে ফুল বনেৰ মাজ।
বাপক ঝিউক কৰাইলা লাজ ॥
ফুল বনহন্তে হয়া গেল বাঝ।
শনি প্ৰবেশিলা কণ্ঠৈৰ মাঝ॥
ফুল বন হন্তে যাত্ৰাক লৈয়া।
প্ৰবেশিলা শনি বক্ৰ জে হৈয়া ॥
হাসে বিধাতা হৰেৰ সঙ্গে।
পাইলা সৰোবৰ কৌতুক ৰঙ্গে ॥
সৰোৱৰ তিৰে গোসাই আচে চায়া।
এড়াইতে নাপাৰে বিধিৰ মায়া ॥
শঙ্কৰক বিধি নাচাড়ে লাগ।
আতাই বুলি পদুমাই পাড়ে ডাক ॥
কহে মনকৰে দেৱৰ বাজ :
বাপক ঝিউক কৰাইলা লাজ ॥

(১০)

সৰোবৰ হন্তে আইসে তৃজগত পতি।
আতাই বুলিয়া দেৱি দিলেক সম্মতি ॥
বাহুড়িয়া বৃষভ গোট উলটিয়া জায়।
কন্যাৰ ৰূপক দেখি বাতুল স্বভায় ॥
গোসাই বোলে কন্যাৰে কোথাই আগমন
অধৰেৰ মধুপানে ৰাখহ পৰাণ ॥
বাপেৰ দেখিলা ঝিউ লুবুধ গিয়ান।
মালকাচে কাচিল অঙ্গেৰ পৰিধান ॥

পৰিচয় নাজানি
হৰৰ পদ্মাবতী
সন্তাম।

ঘৰত আচয় মোৰ কার্ত্তিক গণপতি ।
আতাই বুলি কোনে মোক দিলেক সম্মতি ॥
বলে ধৰিলেক গোসাই আঙ্কোলেৰ মুঠি ।
ধূলায়ে ধূসৰ হুয়ো ভৈল লুটি সুটি ॥
ভূমিত পৰিয়া গোসাই ধৰিলন্ত চলে ।
সেহিবেলা উঠিল বাসুকি মহাবলে ॥
বাসুকিক দেখি গোসাই পায়া গৈল লাজ ।
উঠিযা পলাইল নাভৈইল আন কাজ ॥
মনকৰে বোলে সুন ভৈল কোন কথা ।
শঙ্কৰৰ ভৈলা কেন পঞ্চম অৱস্থা ॥
জগতৰ গুৰু শিৱ মোক দেন্ত বৰ ।
ব্ৰহ্মাণীৰ চৰণ বন্দি গাই মনকৰ ॥

(১১)

গোসাই পলাইলা লাজ পায়া ৰে ।
কান্দে পদুমাই বসুমতি চায়া ৰে ॥
কি ভৈলা কি ভৈলা আতাই ৰে ।ধ্ৰুং

আন মুহি কি বুলিৱ আৰ ।
বাপে লৈল কলঙ্কেৰ ভাৰ ॥
লোকে সুনি কৰিবে খঞ্জাৰ ।
বাপে জন্ম দিলন্ত আমাৰ ॥
বৃদ্ধ বাপেৰ লুবুধ গিয়ান ।
বসুমতি তুমি পৰমান ॥
মঞি ভৈলো কলঙ্কেৰ ভাৰি ।
লোকে সুনি মোক দিৱ গালি ॥
গোসাইৰ ঝিউৰ ক্ৰন্দন সুনি ।
গোসাইৰ চক্ষুৰ পৰে পানি ॥

বিধি মোক কৰিলেক চল।
ঝাৰিকেশ বান্ধিলা সকল ॥
জেবে হৈস ধৰ্ম্মৰ ঝিয়াৰি।
আইস পুতা নিজৰূপ ধৰি ॥
কান্দে পদুমাই হেঠ মাথা কৰি।
লজ্জা পাইলা দেৱ ত্ৰিপুৰাৰি ॥
ক্ৰন্দন দেখি জগত ঈশ্বৰ।
মনে মনে গুনে মহেশ্বৰ ॥
জোগ চিন্তি পাইলো ঝিউ খানি।
হেঠ মাথা কৈলা শূলপাণি ॥
মনে বোলে কৈলো কোন কাজ।
ঝিউক সম্ভুঁদ্ধিতে লাগে লাজ ॥
লাজে পৰিল জগত ঈশ্বৰ।
হৰ-গৌৰিৰ চৰণ বন্দি গাইল মনকৰ ॥
ক্ৰন্দন কৰন্ত ব্ৰহ্মাণি দেৱি।
হৰ-গৌৰিৰ পদযুগ মনকৰে সেৱি ॥

(১২)

কান্দে মাই বিষহৰি জেঃ বিষাদ ভাবিয়া।
পাতাল চাড়ি আইলো কিসক লাগিয়া ॥ধ্ৰুং

ঝিউৰ ক্ৰন্দন সুনি ভোলা মহেশ্বৰ।
প্ৰবোধ বচনে দেৱ দিলন্ত উত্তৰ ॥
নকৰ বিষাদ মায় চাড়া অভিমান।
তোমাক আমাক বিধি কৈল বিড়ম্বন ॥
আমাৰ স্ৰজন মায় এতিনি ভুবন।
মোত হস্তে উৎপত্তি ভৈল জত জন ॥

জত দেখা চৰাচৰ অভেদ কলেৱৰ ।
স্থাৱৰ জঙ্গম জল অনল গিৰিবৰ ॥
বিবিধ বিনোদ মায়া কাৰণ আমাৰ ।
ইহা জানি চাড়া দুখ্‌খ মনেৰ তোমাৰ ॥
প্ৰবোধ পাইলন্ত মায় লজ্জা পৰিহৰি ।
হৰষিত ভৈলা মাই পদুম কুমাৰি ।
বাহুড়া ব্ৰহ্মাণ সবক দেন্ত বৰ ।
হৰ গৌৰিৰ চৰণে বন্দি গাই মনকৰ ।

(১৩)

আইসে দেৱ শূলপানি বৃষভে চড়িয়া ।
হৰক চলিতে বিধি আচয় বসিয়া ॥
ফুল ধাৰি হন্তে আইসে জগত ঈশ্বৰ ।
হাসিতে খেলিতে পাইলা সেহি সৰোবৰ ॥
সৰোবৰ তিৰত ৰহিলা পশুপতি ।
আতাই বুলিয়া দেবি দিলেক সম্মতি ॥
চৌদিসে চাহন্ত দেৱ ভোলা মহেশ্বৰ ।
কন্যা এক দেখিলন্ত পথৰ উপৰ ॥
কাহাৰ বহাৰি ওৱা কাহাৰ ঝিয়াৰি ।
আতাই বুলিয়া মোক ডাকিস কেনে কৰি ॥
পদুমাই বোলে সুন ত্ৰৈলোক্য অধিকাৰী ।
হওঁ মই তোমাৰ জে ধৰ্ম্মৰ ঝিয়াৰি ॥
তুমি যদি হৱা মোৰ ধৰ্ম্মৰ ঝিয়াৰি ।
আইস দেখো পুতা তুমি নিজ ৰূপ ধৰি ॥
বাপৰ মুখৰ দেৱি সুনিলা বচন ।
ভয়ঙ্কৰ ৰূপক ধৰিলা তেতিক্ষণ ॥
ব্যাল্লিশ সৰ্পক দেৱি হাঙ্কাৰিলা মনে ।
অঙ্গ আভৰণ সৰ্প ভৈলা তেতিক্ষণে ॥

সিন্দুৰিয়া সৰ্প ভৈল শিখেৰ সিন্দুৰ।
কাজলিয়া সৰ্প ভৈল কাজল জাতিস্কাৰ॥
শাঙ্খিণীয়া সৰ্প ভৈল নুপূৰ পায়ৰ।
মণিৰাজ সৰ্প্পে ভৈল গলেৰ কণ্ঠহাৰ॥
সৰ্প্পে ভৈলা টাৰ বাউ উঝটি কিঙ্কিনি।
সৰ্প্পে ভৈলা তোড়ন জে রুনু ঝুনু সুনি॥
বসন ভূষণ সৰ্ব্ব অঙ্গ সৰ্প সাজে।
শিৰে চত্ৰ ধৰিলা বাসুকি সপ্ত ৰাজে॥
এহি ৰূপ ধৰি দেৱি বাপেৰ ভৈল আগ।
দেখি শঙ্কৰেৰ জে মনত পৈসে বাঘ॥
ভয়ঙ্কৰ ৰূপক সম্বৰ বিষহৰি।
দেখি নৰ নাৰি সৱে মৰিবেক ডৰি॥
বাপৰ মুখৰ দেৱি সুনি হেন বানি।
ভয়ঙ্কৰ ঘোৰ ৰূপ চাড়িলা ব্ৰহ্মাণি॥
বাপৰ চৰণে দেৱি নমস্কাৰ কৰি
বিনয়ে ধৰন্ত পাচে পদুমাই কুমাৰি॥
বাপৰ চৰণে পাচে কৰি নমস্কাৰ।
আমাক নিয়োৰে আতাই তোমাৰ বাসাহৰ॥
বাহুড়া ব্ৰাহ্মণি জে সবাকো দেন্ত বৰ।
তোতোলাৰ চৰণে বন্দি গাই মনকৰ॥

আতাই মোকে লৈয়া জায় ঘৰে।
নিয়ৰে আতাই ! গঙ্গা দুৰ্গা চায়া আসো
ঐ দুই সোদৰ ॥ধ্ৰুং

সুনিয়োক পিতা তুমি জগত ঈশ্বৰ।
কাৰ্ত্তি গণপতি চায়া আসো এ দুই সোদৰ ॥
কেনমতে নিবো তোক পদুমাই কুমাৰি।
গঙ্গা দুৰ্গা দেখি তোক পাৰিবেক গালি ॥
বিসহৰি বোলে বাপ কাতৰ কৰো তোক।
মাযা কৰি জাইবো কেহো নিচিনিবে মোক ॥
ঝিউৰ আক্ৰান্ত দেৱে সহিতে নাপাৰি।
ধৰিয়োক মায়া তুমি ধৰ্ম্মৰ ঝিয়াৰি ॥
মক্ষিকা স্বৰূপ ধৰি সুমাইলা ফুল মাঝে।
ফুলেৰ কৰণ্ডি তুলি লৈল দেৱৰাজে ॥
ডম্বৰু বজায়া দেৱ গৈল বাসাহৰ।
ফুলেৰ কৰণ্ডি থৈলা চালেৰ উপৰ ॥
আন দিনা ফুল দেই গঙ্গা দুৰ্গাৰ হাতত।
সিদিনা কৰণ্ডি থৈলা চালৰ উপৰত ॥
দুৰ্গা বোলে গঙ্গা বাই দেখা কেন কাজ।
ফুলেৰ কৰণ্ডি তুলি থৈলা দেৱৰাজ ॥
আজি কেন আন দেখো ভোলা মহেশ্বৰ।
পদুমাই সুপ্ৰসন্নে গাই মনকৰ ॥

আকি গঙ্গা বাই জে ঃ
আজি কেয়লিয়াৰ বিসাদ বিনন্দ ।ধ্রুং

আন দিনা ফুল দেই বাই আমাৰ হাতত ।
আজিৰ কৰণ্ডি থৈলা·উপৰ চালত ॥
তোমাৰেসে গঙ্গা বাই আজ্ঞা জদি পাওঁ ।
ফুলেৰ কৰণ্ডি বাই নুমাই জে চাওঁ ॥
ফুলেৰ কৰণ্ডি দুৰ্গা হাত দিয়া চাই ।
উৰ্দ্ধক লাগিয়াৰে কৰণ্ডি উঠি জাই ॥
তোমাৰে সে গঙ্গা বাই আজ্ঞা যদি পাওঁ ।
গোসাইৰ খৰমে চৰি কৰণ্ডি নুমাওঁ ॥
বিসহৰি বোলে কিনো হেমন্তৰ বেটি ।
কৰণ্ডি নুমাইতে চাহে খৰমত উঠি ॥
তোমাৰে সে গঙ্গা বাই আজ্ঞা জদি পাওঁ ।
গোসাইৰ খৰমে চড়ি কৰণ্ডি নুমাওঁ ॥

*    *    *

পদ্মা জন্ম খণ্ড সমাপ্ত )

* পুথিৰ শেষৰ ফালৰ কেইটামান পাত
নথকাত অসম্পূৰ্ণ ভাবে ৰৈছে ।

# দুৰ্গাবৰী

বিষহৰ্য্যৈ নমঃ

( )

**বন্দো তোতলা মায় জে, বন্দো আকাশ গামিণী।**
**যেবা নৰে পুজে তাৰ খণ্ডোক বিঘিনি ॥**

দেৱ-দেৱী-গুৰু
আদি বন্দনা

প্ৰথমে বন্দিবো যে গনেশ গজাকৃত।
প্ৰণামো আদিত্য ছায়া ভাৰ্য্যা এ সহিত ॥
বৈকুণ্ঠৰ নাথ বন্দো দেৱ নাৰায়ণ।
দেৱতাৰ দেৱ বন্দো প্ৰভু পঞ্চানন ॥
গৌৰীৰ চৰণ বন্দো গিৰিবৰ সুতা।
লক্ষ্মী সৰস্বতী বন্দো সাগৰ দুহিতা ॥
ব্ৰহ্মাৰ চৰণ বন্দো ব্ৰহ্মাণী সহিত।
লোকপাল ইন্দ্ৰ বন্দো শচী সমন্বিত ॥
দশোদিশ পালৰ যে বন্দিয়া চৰণ।
বাহুড়া ব্ৰহ্মাণী পদে কৰিলো বন্দন ॥
সিদ্ধ মুনি বন্দিবো গন্ধৰ্ব্ব বিদ্যাধৰ।
পিতৃলোকক জে বন্দিবো বাৰেবাৰ ॥
পাতালৰ ৰাজা বন্দো নাগৰ ঈশ্বৰ।
মেৰু আদি বন্দো হিমৱন্ত গিৰিবৰ ॥
সপ্তদ্বীপ পৃথিৱী বন্দো সপতি সাগৰ।
কাৰ্ত্তিক গনপতি বন্দো গৌৰিৰ কুমাৰ ॥
কমতা ঈশ্বৰ ৰাজা বন্দো বিশ্বসিংহ নৃপবৰ।
আঠচল্লিশ মহিষী বন্দো অঠৰ কোৱঁৰ ॥
পিতৃক মাতৃক বন্দো সহস্ৰেক বাৰ।
গুৰুৰ চৰণে বন্দিবো শতবাৰ ॥

মহন্ত জনৰ মঞ্চি বন্দিবো চৰণ।
গুৰুৰ চৰণ বন্দি পশিলো শৰণ॥
দেবী বিষহৰী যে সবাক দেন্তবৰ।
ব্ৰহ্মাণীৰ চৰণ বন্দি গাই দুৰ্গাবৰ॥
ব্ৰহ্মাণীক পুজে যিতো এক চিত্ত মনে।
পুত্ৰ দাৰা সুখে সিটো থাকে সৰ্ব্বক্ষণে॥
পৰিপূৰ্ণ হৱয় তাহাৰ গৃহবাস।
ভণে কবি দুৰ্গাবৰ পদুমাইৰ দাস॥

(২)

জয় জয় দেবা গঙ্গা মায় যে।
ত্ৰিপথ গামিনী গঙ্গা বন্দিবো যে॥ধ্ৰুং

পশ্চিমত বহে গঙ্গা গহীন গম্ভীৰ।
অমৃত সদৃশ স্বাদ সুবাসিত নীৰ॥

চম্পাৱলী নগৰ

পাতাল ভেদিয়া বহে বহল বিস্তৰ।
তড়িত ৰঙ্গিণী গঙ্গা কৰয় জোকাব॥
আছয় বিশেষ মৎস্য মগৰ কুম্ভিৰ।
সৰ্ব্বদায় সঞ্চৰয় সুবাসিত নীৰ॥
কমল কুমুদ নীল উতপল যত।
ফুলি ফুলি আছে চিত্ৰ বিচিত্ৰ সমস্ত॥
জাতিস্কাব কৰে চাৰু কুমুদ কমলে।
নাহি দিবা ৰাত্ৰি মৎস্য কচ্ছপ উথলে॥
সেহি পুণ্য তীৰ্থৰ তীৰত বিতোপন।
নগৰেক আছে সীমা শতেক যোজন॥
চম্পায়লী নামে না না বস্তুয়ে সম্পুৰ্ণ।
সাক্ষাতে বুলিতে পাৰে ইন্দ্ৰৰ ভুবন॥

সেহি নগৰত বৈসে চান্দো সদাগৰ।
ধনে মানে যশে সিটো বৰ সদাগৰ ॥
ধনৰ ঈশ্বৰ বুলি জগতে বখানি।
আছয় তাহান ভাৰ্য্যা সনেকা বাণ্যানী ॥
শিবৰ চৰণে সাধু পৰম ভকত।
আন দেৱতাক নকৰয় তৃন বত্ ॥
বাহুৰা ব্ৰহ্মাণী যে সবাকো দেন্ত বৰ।
কবি দুৰ্গাবৰে ভণে কৰি যোৰ কৰ ॥

(৩)

চান্দো সদাগৰ যে সকলে সম্পূৰ্ণ।
অচল গৃহবাস যে ॥ধ্ৰুং

পুত্ৰহীনা সোনেকাৰ পুত্ৰলাভৰ উপায় প্ৰাৰ্থনা

সেহি নগৰত বৈসে চান্দো সদাগৰ।
ধৰনী মণ্ডলে খ্যাতি ধনৰ ঈশ্বৰ ॥
সোনাৰ মুকুতা ঘৰে গৰাগৰি যাই।
হিৰা মৰকত মণি আটালে মুৰাই ॥
ধনে জনে গৃহবাসে সকলে সম্পুৰ্ণ।
আঠ্কুৰ বুলি ঘৃণা কৰে সৰ্ব্বজন ॥
জ্ঞাতিয়ো নাখায় অন্ন আঠ্কুৰ দোষে।
সাধু সাধুয়ানী দুই কৰে অসন্তোষে ॥
অসন্তোষে আলোচন্ত ভৈলা আঠ্কুৰ।
আছোক মনুষ্যে অন্ন নুভুঞ্জে কুকুৰ ॥
ব্ৰাহ্মণে নলয় দান গুৰুতৰ দোষে।
সাধু সাধুয়ানী দুই ৰহে অসন্তোষে ॥
এহি বুলি অসন্তোষ কৰে সৰ্ব্বদাই।
অনন্তৰে ভৈলা আসি বৰিষ সময় ॥১৬
হাতত চঞ্চল বেত পালট গোট ধৰি।
নামিলা উত্তৰ হস্তে ওঝা ধন্বন্তৰি ॥
চান্দৰ দ্বাৰত বসি ঢাক গোট বাইল।
পাচভিতি ৰহিয়া সোনেকা সাৰি পাইল ॥

কোন আইসে বুলি উঠিলা সত্বৰ।
ওঝা ধন্বন্তৰিত যে পুছিলা উত্তৰ॥
কোন দেব মূৰ্ত্তি ধৰি ফুৰা ঘৰে ঘৰ।
পূজা কৰি প্ৰত্যেকে পায়য় কোন বৰ॥
নাভাণ্ডিবা বাপু তুমি কৰিও প্ৰকাশ।
কথা পুছি গুয়া দিলা এবিড়া পঞ্চাশ॥
ধন্বন্তৰি বদতি বাণিয়াৰ জীউ শুন।
কহিতে নাপাৰি যত এ দেবীৰ গুণ॥
নিপুত্ৰিৰ পুত্ৰ হয়ে মুক্ত হয়ে বন্দী।
ঘৰে ঘণ্ট পাতি যিটো পূজয় প্ৰপঞ্চি॥
এ ঋতু সময় দিনা নিয়মে থাকিয়া।
সুবৰ্ণৰ পাঞ্চফুল অৰঘ ধৰিয়া॥
মানসাই মাই বুলি নামি গঙ্গা জলে।
আৰাধিলে সিদ্ধি হয়ে বঞ্চিত সকলে॥
হেন শুনি সনেকাৰ হৰিষ ভৈল মন।
ওঝাক ফুলণ্ডি দিয়া পঠাইলা তেখন॥
পঞ্চাশ কাণ্ডন কৰি নৈবেদ্য বিচাইলা।
স্নান কৰি বাণিয়ানী বসন পিন্ধিলা॥
পূজাৰ সম্ভাৰ বলি নৈবেদ্য ধৰিয়া।
প্ৰভাতে চলিলা গঙ্গা তীৰক লাগিয়া॥

(৬)

ৰাগ-ৰামগিৰি

সনেকা ঐ যাই সাধুয়ানী আৰাধে মনসা দেবা যে॥ধ্ৰুং

গঙ্গাৰ ওচৰত
সোনেকাৰ পুত্ৰ
বাঞ্ছা

হাতে অৰ্ঘ্য ধৰি গঙ্গা জলত নামিল।
অহীৰ মহীৰ দুই ছাগ বলি দিল॥
সুবৰ্ণৰ দুই ফুল দিলন্ত পেলায়া।
তিনি গোট ডুব দিলা মাথা দমায়া॥

ধৰ্ম্মৰ যে নামে প্ৰথমে ডুব দিল।
দোয়া ডুবত কন্যা কুৰ্ম্মক চিন্তিল॥
তিনি ডুব দিলা কন্যা বুলি মানসাই।
একে দেৰে সুপ্ৰসন্ন ভৈলা সেহি ঠাই॥
সাত ঘটি বেলা ভৈলা দোয়াজ প্ৰহৰ।
তথাপিতো সাধুয়ানী নাপাইলন্ত বৰ॥
হেন দেখি সুগন্ধি ভগ্নীক দিলা ডাক।
সুবৰ্ণ কটাৰি আনি দিয়োক আমাক॥
এতিক্ষনে আসি মোক নেদিলন্ত বৰ।
স্ত্ৰী বদ্ধ দিবো আজি গঙ্গাৰ উপৰ॥
স্ত্ৰী-হত্যা দিয়া আজি ৰুধিৰ ভাসাইবো।
চন্দ্ৰ মেদিনীক লাগি অপূজ্য কৰাইবো॥২৭
হেন শুনি সুগন্ধি কটাৰি দিল আনি।
স্ত্ৰী হত্যা দিতে চাহে জলে বাণিয়ানী॥
শুনি গঙ্গা মায়ৰ জাঙ্গুৰ মহানন্দ।
এবা গঙ্গা মায়ক যাই শীঘ্ৰে দিলা জ্ঞান॥
কাহাৰ বহাৰী অবা কাহাৰ জীয়াৰী।
স্ত্ৰীহত্যা দিতে চাহে তোমাৰ উপৰি॥
স্ত্ৰীবদ্ধ তেহে আজি দিবেক নিশ্চয়।
শুনি গোসানীৰ ভৈল কম্পিত হৃদয়॥
চৌষষ্ঠি যোগিনী মায় লগত কৰিয়া।
মগৰ বাহনে মায় প্ৰবেশিলা গৈয়া॥
গৈয়া মায় গঙ্গা দেৱী সম্বোধন দিল।
স্ত্ৰীবদ্ধ দিন কেনে অকাজ মিলিল॥
সোনেকা বদতি মায়া দিবো স্ত্ৰীবদ্ধ।
পুত্ৰ দেখি মায় মোৰ শৰীৰ দগধ॥
আণ্ঠু কৰ. বলি দ্ৰব্য কেহোএ নখাই।
যাবে সুপ্ৰসন্ন হৈস দেহ বৰদাই॥

## ৰাগ-সুহাই

**পাইয়া পুত্ৰ বৰ যে শান্তি সোনেকা বৰ সুপ্ৰসন্ন যে ॥ধ্ৰুং**

সোনেকাৰ বৰ লাভ আৰু পুত্ৰ জন্ম

সোনেকাৰ বাক্য শুনি গোসানী পোচয়।
ভুঞ্জিবাক লাগি দিলা আমলকি চয় ॥
এই ছয় গুটি ফুল কৰিবা আহাৰ।
একে নাৰী ছয় পুত্ৰ হৈবেক তোমাৰ ॥
বৰ দিয়া বাহুৰিল দেবী মন্দাকিনী।
বৰ পায়া হৰষিত ভৈল সাধুয়ানী ॥
ঋতুৰ সঙ্গমে ভুঞ্জিলন্ত ফল চয়।
ছয় পুত্ৰ গৰ্ভে বাস কৰিলা সঞ্চয় ॥
প্ৰথম মাসত যদি ভৈল গৰ্ভবাস।
সোনেকা দিলন্ত একাদশী উপবাস ॥
নবমাসে নবব্ৰত কৈলা সাধুয়ানী।
দশমে লভিলা তাৰ পুত্ৰ নীলপাণি ॥
নীলপাণি শূলপাণি গয়া-পাণি ভাই।
চক্ৰপাণি হলদ্ধৰ আৰু সুৰজাই ॥
একে নাৰী ছয় পুত্ৰ হৈলা সোনেকাৰ।
ৰূপে গুণে সুন্দৰ গন্ধৰ্ব্ব অৱতাৰ ॥
পুত্ৰ মুখ দেখি ভৈল আনন্দ হৃদয়।
উৎসৰ্গিলা কনকৰ যত ধেনুচয় ॥
প্ৰসন্ন ভৈলেক চান্দো পাপ গৈল ক্ষয়।
দুৰ্ণাম গুচিল দেশে চান্দো মহাশয় ॥
দ্ৰব্য শুদ্ধ ভৈল দ্বিজগনে লয়ে দান।
জ্ঞাতি কুটুম্ব সবে ভুঞ্জে অন্ন পান ॥
দেৱতা দেৱতী সবে লয়ে ফুল জল।
সাধুৰ সম্পদ ভৈল অভিষ্ট সকল ॥

(৬)

রাগ-সুহাই

চান্দো সদাগৰ যে পুত্ৰ বিহায় নানান নানান বৰণ সাজে ।ধ্ৰুং

ছয় পুত্ৰৰ বিবাহ

অনন্তৰে সাধু জড় কৰি বহুধন ।
ছয়কো বিহাইলা কন্যা জুৰি ছয় জন ॥
সুৰেশ্বৰ সাধুৰ সুৰক্ষা ঝিউ খানি ।
নীলপাণি পুত্ৰক বিহাইলা তাঙ্ক আনি ॥
তিলোত্তমা কন্যা তাৰা-পতিৰ দুহিতা ।
তাহাক বিহাইলা শূলপাণি এ সহিতা ॥
বিদ্যানন্দ সাধুৰ দুহিতা সত্যৱতী ।
গয়পাণি পুত্ৰক তাহাক বিহাইলন্তি ॥
ধনেশ্বৰ সাধুৰ তনয়া ধনমালা ।
চক্ৰপাণি পুত্ৰক তাহাক বিহাইলা ॥
হিৰাধৰ সাধুৰ যে তনয়া হৃদয়া ।
তাহাক দিলন্ত হলধৰক বিহায়া ॥
যশধৰ সাধুৰ দুহিতা জয়ন্তাই ।
সুকজাই পুত্ৰক দিলা তাহাক বিহাই ॥
ছয় পুত্ৰ বিহাইলা ছয় বিদ্যাধৰী ।
ৰূপে গুণে অনিন্দিতা পৰমা সুন্দৰী ॥
বিবাহত ধন ব্যয় হৈ গৈল বিস্তৰ ।
ধনশোকে সৰ্ব্বদাই চিন্তে সদাগৰ ॥
সাগৰ সিপাৰে যাইবো বণিজক লাগি ।
পুৰাতন নায় মানে সবে গৈল ভাগি ॥

(৭)

**ৰাগ-ভাটিয়ালী**

বাণিজ্যার্থে চান্দোৰ নৌকা নির্ম্মাণ

নায় বন্ধ কৰিতে চান্দোৰ ভৈল চিত্ত।
আলোচ কৰন্ত ভার্য্যা সোনেকা সহিত॥
সনেকা সহিতে নিঠ আলোচ কৰিয়া।
মন্দিৰক আনিলা গণক ডাক দিয়া॥
গণকক চান্দো হেন বুলিলা বচন।
নায় বন্ধ কৰিতে আমাৰ ভৈল মন॥
বৃক্ষালি পশিয়া বৃক্ষ কাটিবো বনত।
সুভক্ষণ যাত্ৰা মোৰ কোন সময়ত॥
গণক বদতি বাপু শুনা সদাগৰ।
ৰবিৰ উদয় নাহি প্ৰভাত প্ৰহৰ॥
উষা সময়ত জাগি নাহি ৰতে কাক।
হেন বেলা উঠা বাপু যাত্ৰা কৰিবাক॥
শনিবাৰ দিবসত পশ্চিমে সুসিদ্ধি।
উষাৰ গমনে সৰ্ব্বকাৰ্য্য হৈবে সিদ্ধি॥
বৃক্ষালি পশিয়া বৃক্ষ কাটে নানা বিধি।
বুহিত বিপুল ভৰি আনিবাহা নিধি॥

(৮)

**ৰাগ-সুহাই**

চান্দো সদাগৰ যে,
বৃক্ষালি পশিয়া বৃক্ষ কাটে ভাল যে।ধ্ৰুং

গণি পড়ি সেহি বেলা গণকে কহিলা॥
উষা যাত্ৰা কৰি চান্দো বৃক্ষালি পশিলা॥
বন পশি বৃক্ষ সব বাচি কাটে ভাল।
শাল তাল বেল বৌলা সলথ কৈশাল॥

জম্বুক কাটয় বৃক্ষ কাটে দেবদারু।
হিঙল সৰল কাটে চম্পক গম্ভাৰু॥
এতেক নানান বৃক্ষ কাটিলা বিস্তৰ।
বৃক্ষালি পশিয়া বোলে চান্দো সদাগৰ॥
কাষ্ঠ কাটি বিস্তৰ দিবস আছে তয়।
নিবৰ্ত্তি আসিলা পাছে আপোন নিলয়॥
দৈ-কোঠেৰ হস্তে দশ জায়াইক আনিল।
পুনৰপি চান্দো পাছে বৃক্ষালি পশিল॥
পশি পৰ্শু কুঠাৰে কাটিল সব বৃক্ষ।
চিৰি গৈল সকল যে অসংখ্যাত পাত॥
কাষ্ঠ কাটি চিৰি সবে একত্ৰ কৰিল।
তিথিবাৰ চায়া পাচে নায় আৰম্ভিল॥
বলিদান দিল পূজা নৈবেদ্য অপাৰ।
শুভক্ষনে পাট লগাইলন্ত সূত্ৰধৰ॥
বাৰখান বুহিত বিশেষ বিৰচিল।
কুন্দুক সমস্তে কাম কুটনি কৰিল॥

(৯)

**ৰাগ-ৰামগিৰি**

**কম্মিভাল বিৰচিল যে,**
**উত্তম মধুৰি কাম বিৰচিল যে।ধ্ৰুং**

কড়িঙ্গত সুবৰ্ণৰ কলস বসাইল।
সুবৰ্ণৰ আসনত মুকুতা লগাইল॥
আসনৰ চাৰি পাশে মুকুতা অশেষ।
সুবৰ্ণ ৰজত পতা পঙ্কতি বিশেষ॥
হিন্দুলৰ পান্তি হেম হীৰায়ে ৰচিয়া।
চাৰু চন্দ্ৰাতপ তাত বান্ধিল তুলিয়া॥

কনকে বান্ধিলা শ্বেত বৃহত চামৰ।
সাৰি সাৰি সৰ্ব্বদিশে বাজয় ঘাগৰ ॥
আগে পাচে দুই দণ্ড দিলা দুই ঠায়।
পাট নেত বস্ত্র তাত কৰন্ত উড়ায় ॥
মুৰাৰি পাটেৰ থোপা পৰি পৰি হালে।
মুকুতা নির্ম্মল নবগ্রহ যেন জ্বলে ॥
যতেক কানঠি বৈঠা সবে সুবর্ণৰ।
কর্ম্ম সাঙ্গ কৰি নায় নামাইলা সাগৰ ॥
শুভক্ষণ বেলা চাহি বুহিত নামাইল।
নানা দ্রব্য যত মানে নাঅত ভৰাইল ॥
বুহিত কৰিয়া ভৰা চান্দো সদাগৰ।
সোনেকাক সম্বুধিয়া বুলিলা উত্তৰ ॥
বুহিত পূজিয়া দেহ সোনেকা সুন্দৰী।
বণিজক যাইবো মই এ লঙ্কা নগৰী ॥

(১০)

চান্দো সদাগৰ যে, নানা দ্রব্য সাজে ভাল ভাল যে।ধ্রুং

বণিজৰ দ্রব্য

গুৱা নাৰিকল সাজে আমলা কৈশাল।
হিঙ্গুল হৰিদ্রা লৈলা হাইঠালৰ চাল ॥
লাহা লোহা লৈলা আৰু সোণ কাঞ্চি ফল।
বুহিতে বিপুল সাজে ভৰাইলা সকল ॥
মৰিচ পিপল্লী আদা শুঠি জিৰা জাঁই।
শুকুতা সৰিষ শ্বেত এ পাটিত নায় ॥
জিৰা জাতি ফল লৈলা সুন্দি আচাৰ।
কতো নাঅ ভৰি লৈলা ধনিয়া ধুনাৰ ॥
শুনিয়া সোনেকা পাচে স্বামীৰ বচন।
বুহিত পূজিতে তবে কৰিলা যতন ॥

বলি বিতোপন যে সুগন্ধি যত ফুল।
নিখুত কদলি লৈলা নৈবেদ্য বিপুল ॥
সুগন্ধ পুষ্পত যেন মালতী সুবাস।
বংশৰ মধ্যত বাহুবলৰ প্ৰকাশ ॥
প্ৰতি দেব বৰে পুত্ৰ পাইলেক প্ৰধান
কবি দুৰ্গাবৰে গীত কৰিলা ব্যাখ্যান ॥

(১১)

ৰাগ পটমঞ্জৰি

ভাল হয় নাৰে আৰ ভাল হয়।ধ্ৰুং

বুহিত পূজিতে বাহিৰাইল বাণিয়ানী।
অলঙ্কাৰ পিন্ধে কন্যা উত্তম খাউনি ॥
সকলে আছয় যেন নাহিকে মাগুৰ মাছ।
কড়ি লৈয়া গৈলা কন্যা কেওটানীৰ কাছ ॥
সৰদাই কেওটানী ছয় বহু লৈয়া।
পদুমাইক পূজে পূৰ্ণ এঘন্ট পাতিয়া ॥
সেহি বেলা সোনেকা সমীপে গৈলা তাৰ।
যোৰেক মাগুৰ মাছ দিয়োক আমাৰ ॥
পঞ্চ কাউন কড়ি লও বিলম্ব নকৰ।
বণিজক যাইবো মোৰ চান্দো সদাগৰ ॥
বুহিত পূজিবো বেলা ভৈল শুভক্ষণ।
হেন শুনি সৰদাই বুলিলা বচন ॥
নাহিকে মাগুৰ মাছ কড়িত নাই কাজ।
নিয়ম কৰহ দেবী পূজিবাৰ সাজ ॥
চাই চিন্তি দেঁয়ো, আজৰি নাই হাত।
হেনতো সোনেকা কেনে কৰা উতপাত ॥

সোনেকা বদতি সৰদাই কৰা দায়া।
মাছ দেহ কিঞ্চিতেক অবজৰি পায়া॥
সোনেকাৰ বচনে সৰদাই কেওটানী।
মাছ দিলা সোনেকাক কড়ি লৈলা গণি॥

( ১২ )

ৰাগ-ভাটিয়ালী

**সৰদাই নাহাৰে দেবী পূজয়ৰে।ধ্রুং**

সোনেকাৰ মনসা পূজাৰ আয়োজন

গায় পখালিয়া পিন্ধি পাট পৰিধান।
পুনু দেবী পূজিবাক ভৈল সাৱধান॥
ছয় বহু লৈয়া পূজে পৰম যতনে।
সৰদাই ত সোনেকা পুচিল সেইক্ষণে॥
কোন দেৱতীক পূজি কোন বৰ পাই।
সত্যস্বৰূপ কথা কহ সবদাই॥
বৰিষেক পূজি তাঙ্ক কোন বৰ পাই।
ছয় বহু লৈয়া যে পুজিম বৰদাই॥
সৰদাই বদতি শুনা সোনেকা সুন্দৰী।
দেবতাৰ দেব তেহে তাহান কুমাৰী॥
পদুমাইক পূজিলে প্রত্যেক বৰ পাই।
অন্ধলাৰ চক্ষুদান ঘৰে ধন ( ভৰাই )॥
নিপুত্রিৰ পুত্র হয় মুক্ত হয় বন্দী।
ঘৰে ঘণ্টা পাতি যদি পূজয় প্রবন্ধি॥
বৰিষেক অন্তৰে বাৰিষা সময়ত।
চাৰিদিন পূজিবেক শ্রাৱণ মাসত॥৭০
দুই সংক্রান্তিৰ দুই পঞ্চমী পূজিবা।
পদুমাই সুপ্রসন্নে সুখত থাকিবা॥
বিঘিনি বিনাশ হয়ে বৃদ্ধি হয়ে ধন।
কহিলো তোমাত দেবী পূজাৰ কাৰণ॥
সৰদাইৰ মুখে কথা সনেকা শুনিল।
সত্বৰ কৰিয়া কন্যা গৃহক চলিল॥

গৃহে যাইয়া ধূপ দীপ নৈবেদ্য সাজিয়া।
স্বামী সঙ্গে গৈলা গঙ্গা তীৰক লাগিয়া ॥
ধূপ দীপ গন্ধ পুষ্প নৈবেদ্য সকল।
বুহিত পূজিয়া বলি দিলন্ত ছাগল ॥
বুহিত পূজিয়া পাচে পূজা বিসর্জিলা।
যাত্রা কৰি সদাগৰ নাঅত চৰিলা।
নাঅত চৰিলা যদি চান্দ সদাগৰ।
নিবৰ্ত্তিয়া সোনেকা যে আসিলন্ত ঘৰ ॥
বিষহৰী পূজিবাক বিৰচিল স্থান।
চন্দনেৰ আলিপন কৰিলা নিৰ্ম্মান ॥

( ১৩ )

ৰাগ-সুব্ৰাই

সোনেকা যে মাই সাধুয়ানী।
আৰাধে মনসা দেবী যে ॥ধ্রুং

সুবৰ্ণৰ ঘণ্টা পাতি দিলা চ্যুতদাল।
চৌপাশে পাৰিল যে জৱা-শাৰী মাল ॥
চন্দ্ৰতাপ টনাইলেক চন্দ্ৰেৰ প্ৰভায়।
ধূপ-দীপ নৈবেদ্য দিলন্ত ঠায় ঠায় ॥৭৫
আসনে বসিলা বিষহৰী পূজিবাক।
ছয় বহু লাগিল মঙ্গল গাইবাক ॥
উলা উলি দিয়া পূজা কৰে বাণিয়ানী।
সেইদিনা সাধুৰ ঘৰে মিলিলা বিঘিনি ॥
বণিজক যান্তে সাধু পৰিলা মনত।
বিচানী কটাৰী এৰি আইলো মন্দিৰত ॥
ধনাই ভণ্ডাৰী শুনা বচন আমাৰ।
আনা গৈয়া পালঙ্গিৰ বিচনী কটাৰ ॥

চান্দোৰ বচন শুনি ধনাই ভাণ্ডাৰী।
অবিলম্বে চলি গৈলা চম্পায়ুলী পুৰী॥
চান্দোৰ গৃহত গৈয়া ভৈলা উপসন।
দেখন্ত সনেকা কৰে দেবীক পূজন॥
ধনাইক দেখিয়া পোচে সোনেকা সুন্দৰী।
কেনে নিবৰ্ত্তিয়া তুমি আসিলা ভাণ্ডাৰী॥
ধনাই বোলন্ত দেহ বিচনী কটাৰ।
পালঙ্কি উপৰে আছে শিয়ৰে তোমাৰ॥
হেন শুনি উঠি গৈলা বহু সোনেকাৰ।
ভাণ্ডাৰীক দিলা আনি বিচনী কটাৰ॥
বিচনী কটাৰ পাই অতি শীঘ্ৰে আইল।
অবিলম্বে আসি চান্দোৰ লাগ পাইল॥
বিচনী যোগায়া কৰযোৰে নমাই মাথা।
শুনা প্ৰভু কহো যে ঘৰৰ যেন কথা॥
সোনেকা তোমাৰ ভাৰ্য্যা ছয় বহু লৈয়া।
কিবা দেব পূজে তেহে এ ঘণ্টা পাতিয়া॥
উৰলি জোকাৰ দেন্ত গায়ন্ত মঙ্গল।
বিচনী আনিতে আমি দেখিলো সকল॥
এক চিন্তে ভক্তি স্তুতি কৰিয়া আৰাধে।
তুমি অবিহনে তেহে কোন কৰ্ম্ম সাধে॥

( ১৪ )

ৰাগ-পটমঞ্জৰী

বিবাদিয়া চান্দো সদাগৰ যে ।ধ্ৰুং

সোনেকাৰ প্ৰতি চান্দোৰ ক্ৰোধ আৰু মনসা পূজা নষ্ট

এহি বুলি ধনাই কহিলা যেবে তাত।
চান্দোৰ শৰীৰে উপজিলা কোপতাপ॥
বাহুৰিয়া গৈলা চান্দো চম্পাৱলী পুৰী।
পূজা ঘণ্টা পেলাইলেক চৰণে প্ৰহাৰি॥

ধুপ দীপ নৈবেদ্য মৰ্দ্দিলা দুই পায়ে।
সোনেকাক সম্বুধিয়া বোল ক্ৰোধ ভাৱে ॥
ভাল স্ত্ৰী নহৈস তই ভালৰ নোহ চায়।
গালি পাৰে পাপিষ্ঠে তুলিয়া বাপ মায় ॥
ছয় মাস নাই হয় এ ছয় প্ৰহৰ।
নাহি এৰো নিজ দেশ চম্পালী নগৰ ॥
হেনেতো এতুৰ তঞি কৰ মন্দ কৰ্ম্ম।
কাণাক পূজিলে তোৰ হৈব কোন কৰ্ম্ম ॥
এহি বুলি চান্দো যে অগ্ৰত বসি আছে।
অনন্তৰে সোনেকা উঠিয়া গৈল কাছে ॥
মাথে বান্দি ঘট গোট আনিলেক তুলি।
দশাঙ্গুলি কাতৰ কাৰ চিণ্ডিদেন্ত চুলি ॥
লাৰিম চাৰিম মায় পৰাণ নামৰে।
পণ্ডিত নহয় সাধু পশু যে গঞাৰে ॥
দোষ দূৰ কৰ দেবী দয়া কৰা মোক।
পূৰ্ণ ঘট পাতি দেবী পূজা কৰো তোক ॥
এহি বুলি পুনু ঘট আসনে আনিলা।
পুনুৰপি চান্দো তাক পয়েৰে ঠেলিলা ॥
পদুমাইক প্ৰণামি ঘণ্ট পুনু থৈল আনি।
আৰবাৰ ঘণ্ট পেলাইলেক লাথি হানি ॥
পৰাভব পদুমাই প্ৰকোপিত মন।
চান্দোক সম্বুধি চণ্ড বাক্য বুলে ঘন ॥
তবে বিষহৰী হও এনাম পৰাও।
বাৰয় বুহিত তোৰ সাগৰে ভাসাও ॥
সাধিবোহো বাদ, বাৰই বুহিত বুৰাইবো।
দিবসেক লাগি খাইতে ধন নাৰাখিবো ॥
ছয়দিনে ছয় পুত্ৰ পেলাইবো মাৰি।
ধনজন বিনাশি ভাঙ্গিয়ো ভাবি ভুৰি ॥

চান্দোৰ দাৰুণ কৰ্ম্ম দেখি ভয় ভীত।
ইহলোক চাৰি যায় অম্ৰাৱতী স্থিত॥
এহি বুলি বিষহৰী বিষাদিত মন।
পূজা এৰি আশ্ৰমে আসিলা তেতিক্ষণ॥
অনন্তৰে উপস্থিত ইন্দ্ৰৰ ভুৱন।
চান্দোৰ বুহিত কোপে বিনাশিবে মন॥
ভক্তজনা মায় দুঃখ সংহাৰিণী।
দুৰ্গাৱৰ কৃতপদ মধুৰম বাণী॥

(১৫)

মনসাৰ দ্বাৰা
চান্দোৰ ছয় পুত্ৰ
বিনাশ

মোৰ ঘণ্ট চান্দো বানিয়া টালিল পয়ৰে।
বাৰয় বুহিত তোৰ ডুবাইবো সাগৰে॥

*    *    *    *

গঙ্গা বোলে থাক পুত মহাৰঙ্গ মনে
আসিতে বুঝাইবো তাক কাঙ্কৰা মোহনে।
জলেৰ কুমাৰ বোলে নহৈবা বিকল।
আসন্তে কৰিবো তায় সমুদ্ৰৰ তল॥
বনিজক যাইবে লঙ্কাৰ সদাগৰ।
পাইকে যোগান ধৰে চান্দোৰ বৰাবৰ॥
দলিচা পাৰিয়াৰে বসিল সদাগৰ।
দুই পাশে দুইজনে ঢুলাৱে চামৰ॥
শ্বেত নেত চন্দ্ৰাতপ উপৰে উজ্জ্বল।
মুৰাৰি পাটেৰ থোপা কৰে হলফল॥
হৰিষতে যাই সাধু সোন্তে চলে ডিঙ্গা।
কতো দিনে পাই যাই সৰ্ব্ব ভাঠি গঙ্গা॥

*    *    *    *

মোক সৰ্পে দংকিলে সত্তৰে ওজা আন।
উজানে উধাই বিষ যাই মোৰ প্ৰাণ॥

পাতাল গাভুৰি লৈলা পিঙ্গলাৰ চাল।
ময়ূৰৰ পাখা লৈলা বাসকাৰ ডাল ॥
তুলিয়া ঔষধ ওঝা সত্বৰে চলিলা।
আকাশত থাকি মায়ে পৰিচয় দিলা ॥
চিলা ৰূপ ধৰি বাক্য বোলে বিষহৰী।
মোৰ বাক্য শুনি নিবৰ্ত্তিয়ো ধন্বন্তৰি ॥
পন্থহন্তে ধন্বন্তৰি নিবৰ্ত্তিয়া গৈল।
নিশি অৱসানে পুত্ৰ নীলপাণি মৈল ॥
ক্ষেত্ৰত ভ্ৰমিতে লাগি পাইলেক খেড়ুৱা।
পায়ে বেড়ি বিষ ডাড়ে পেলাইলা দংকিয়া ॥

(১৬)

পুতাৰে ৰে ৰে ৰেয়াৰে
ৰাম সোনেকা কান্দয় নাহাৰে। ধ্ৰুং

লোটকে পুৰিত আখি মুষ্টি হানে বুকে।
পৃথিবীত পৰি লুটি পাৰে পুত্ৰ শোকে ॥
সুবৰ্ণৰ শত ফুল দুগ্ধৰ পুখুৰি :
পায়শ পঞ্চামৃত পিষ্টক বাটা ভৰি ॥

*  *  *  *

ছয়গোট শব যেবে ৰাখিলা ধুবুনী।
গৰ্ভ কেওটানীৰ ঘৰে গেলন্ত গোসানী

* এই চিনৰ দ্বাৰা মাজৰ অংশ নাই বুলি ধৰিব লাগিব

চান্দোৰ বাণিজ্য
আৰু নৌকা ডুবি

আমলকি একমাল বোদলায়ে জাতিফল।
কাস্থন্দিয়ে বোদলেক মণি ॥
আচাৰে আগৰ কাষ্ঠ নহুৰে সোনাৰ লাঠ।
লাহা দিয়া বোদলায়ে চুনি ॥
যাত্রা কৰি উঠন্তে যে উজটি লাগিল।
চিউ মাৰি কাকে তাৰ শিৰ পৰশিল ॥
শৃগাল সমীপে ৰাও কাৰে ঘনে ঘন।
বায়ু বিপৰীত বহে ধূলা বিক্ষেপন ॥
না-অত চৰিল কৰি আটোপ টঙ্কাৰ।
কলঠি (?) ভাঙ্গিয়া পাছে পৰিল কাণ্ডাৰ ॥
বায়ুত নিবেদি পাছে গঙ্গাত জানাইল।
জল কুমাৰক মাত্র স্মৰণ কৰাইল ॥
বায়ু বিপৰীত বহে বিক্ষেপন ধূলা।
মুষলে বৰিষে ধাৰেঁ পৰে বজ্রশিলা ॥
নিধালে পৰিল চান্দো বুদ্ধি ভৈল হত।
বৃষ্টিৰ বিপুল জল ভৰিল না-অত ॥
এ জল কুমৰে নাও আস্ফাল কৰিয়া।
দেওদি ডুবাইলা নাও কৰিঙ্গে চড়িয়া ॥
গঙ্গাৰ গহন জলে গুপ্ত কৰি থৈল।
উটো বুৰো কৰি চান্দো জলে ভাসি গৈল

* * * *

হাণ্ডি যেন হৈলা পেট কৰি দন্ত খেখট
চলি যাই নিধালে ভাসিয়া।
কিঞ্চিতেক আছে জীউ কাউৰে মাৰয় চিউ
কৰে ৰাও ওপৰে পৰিয়া ॥

নিজাঘৰত দুৰ্দ্দশাগ্ৰস্ত
চান্দোৰ অৱস্থা

বনৰ ধেকিয়া শাক আন লুড়ি পুড়ি।
ভোক্ষ দূৰ কৰহ ভুঞ্জস ৰান্ধি বাঢ়ি॥
এক ভাগ শাক ৰান্ধি ভুঞ্জিতে লাগিল।
শাক সৰ্পৰূপ হৈয়া ফোম্ফাই উঠিল॥
সৰ্প দেখি লোকে শাক নলৈল তাহাৰ।
সৰ্ব্বজনে সাধুক যে কৰয় ধিক্কাৰ॥
তথাতোৰ আচয় অনেক পৰিবাৰ।
পৰস্থানে পৰি কেন ভুঞ্জিস নিকাৰ॥

*　　*　　*　　*

চান্দো সদাগৰ মোচ্চাৰ তলত সোমাইল।
লড়িতে চড়িতে সোনেকা সাৰি পাইল॥
সোনেকাৰ বাক্য শুনি ৰাণ্ডীছয় বহু।
দীপ জ্বালি চাহিবাক লৈহু লহু॥
টানিয়া বাহিৰ কৈলা সোনেকা সুন্দৰী।
কেহো মুখে ঠোকনাই চয়ৰাই ধৰি॥
কেহো গুৰি কেহো ভুকি লোম উভৰাই।
সোনেকা সমীপ চাপি নেহালিয়া চাই॥
চান্দো বোলে সাধু আনী জিয়াইলো পৰাণে।
বুহিত বুড়িল মোৰ কাঙ্কৰা মোহনে॥
যাৰ ঘৰে পূজা কৰে তাৰ ঘৰে খাইবো।
পায়ে প্ৰহাৰিয়া তাৰ পূজা বিসৰ্জ্জিবো॥

(১৯)

পূজাৰ ঘটক পায়ে প্ৰহাৰ কৰিলেহে
চতকিলি নৈবিদ্যৰ সাজ।
ব্ৰত ভঙ্গ কৰি বুড়া বিৰোধ বড়াইলিহে
তয় বৰ কৰিলি অকাজ॥
কন্দল শুনি দুইহান আইলা দেবী বিদ্যমান
বিধোয়া ব্ৰাহ্মণী ৰূপ ধৰি নাহাৰে।
বসি আসি বুদ্ধি দেন্ত ক্ৰোধ এৰি হওয়া শান্ত
সাধুয়ানী সোনেকা সুন্দৰী নাহাৰে॥

(২০)

লখিন্দাৰৰ জন্ম-কাহিনী

ব্ৰাহ্মণীৰ বোল শুনি বিসৰ্জ্জিল দন্দ।
পুত্ৰ উপাসনক লাগি কৰিলা প্ৰবন্ধ॥
চৌচালি চাতনিৰে চাতিল হেমহীৰা।
ৰজতৰ বান্ধ সবে বিপুল মন্দিৰা॥
কেহো লালি বাটে কেহো ভঙ্গী নয় চেয়ে।
এইমতে পশি আছে আনন্দিত ভায়ে॥
সোনেকাৰ উদৰক লাগি অনিৰুদ্ধ গৈল।
দশমাস গৰ্ভৰ সম্পূৰ্ণ যদি ভৈল॥
অষ্টম নবম যদি দিন নিবড়িল।
নিশি ভাগে সোনেকাৰ গৰ্ভজে লৰিল॥
সুবৰ্ণ ৰজত আৰো ধান উৎসগিল।
তিনি দিন স্ত্ৰীলোকে ধনিয়া বাটিল॥
পাঞ্চ দিনে পচতি কৰাইল হৰিষতে।
ছয়দিনে ছয়ষষ্ঠি জগাইলা বিধিমতে॥

* * *

দেখি সদাগৰে তাঙ্ক আনিলা সাদৰি।
বসিবাক লাগি দিলা গমাৰি চৌখুৰী॥
কঙ্কনে দিলন্ত কাড়ি ময়ুৰ ভাষা পড়ি।
জমিক বোলন্ত চান্দো চাহা খৰি পাড়ি॥
গণি পড়ি বোলো বড় কুষ্ঠি দেখো মন্দ।
বিবাহত বিয়োগ সৰ্পত আছে ফান্দ॥
আজি কালি কৰি সপ্ত বৰিষেক ভৈল।
সখি সমে সৰোবৰে স্নানিবাক গৈল॥
বিভোলায়ে বাঢ়ে বালা দ্বাদশ বৎসৰ।
ষোড়শ বৎসৰ ভৈল বালা লখিন্দাৰ॥

* * *

ছেড়ী·বেটী বোলে বেটা বাণীয়া লবড়।
লক্ষীশ্বৰ পুত্ৰ হৈয়া আচস থুবুৰ॥
লাজ নাহি মুখত আমাক বোলি চেড়ী।
থুবুৰাক কিসক তুলিয়া দিবো খড়ি॥
জোড় বাসা ঘৰে বসি কপট লগায়া।
সুতিয়া ৰহিল গৈয়া গুপুত ৰূপ হৈয়া॥
লাগল নাপাইলা পুত্ৰ সকল নগৰে।
শোকাকুলে সোনেকা চিন্তিলা তাত পৰে॥
গুয়া বিলাসিয়া পুত্ৰ গুয়াসে আহাৰ।
গুয়া কিনিবাক গৈল গুয়াতি পসাৰ॥
ঘৰে যায়া তুমি মায় উলটি সকাল।
শুনি সাধুয়াণী ভৈল হাকুল ব্যাকুল॥
বেদনাই বিস্তৰ কাকুতি কৰে মায়।
কি কাৰণে কষ্ট পুতা কহ মোৰ ঠায়॥

* * *

এতেকেসে সাধুয়ে তুলিয়া ধৰে চাতি।
নাজানিয়া উপহাস কৰা তিৰি জাতি॥

তোমাৰ গৃহত আছে কন্যা বেহুলাই।
সেহি কন্যা জুৰিবাক আইলো তযু ঠাই॥
আকাশৰ হস্তে দেখিলন্ত হৰ-গৌৰী।
পুৰিয়া মৰিস কেনে বেহুলাই সুন্দৰী॥

* * *

ছদ্মবেশিনী পদ্মাৰ
নানা ৰূপত
চন্দ্ৰধৰক ছলনা

গৃহে যাইয়া গৃহিণী সহিতে আলোচিয়া।
দুই কোঠাৰ হস্তে দশ জা-আইক আনিল ডাক দিয়া।
চান্দোৰ প্ৰসাদেৰে দুগ্ধৰ কোন ক্ষতি।
নিতে দধি খাইতে দেহা হৈ গেল তৃপিতি॥

* * *

ফুল লউ বুলিয়া মালিনী পাৰে ৰায়।
ধায়াই বোলয় তোৰ নুবুজিলো ভায়॥
তিনিদিনা তিনিৰূপে বোলস আমাক।
চিনিতে নাপাৰি মল চক্ষুয়ে তোমাক॥
বিবাদ সাধিবো চান্দ বাণিয়াৰ সনে।
পৰিসেক খুতি ৰাখিবাহা যেনে তেনে॥

* * *

কত হংসে বেড়িয়া জে কুৰলয় গায়।
কতো নিন্দ পাৰে জুৰিয়া দুই পায়॥
কতো কতো হংস জে উড়িয়া আগ বাঢ়ে।
কতো পাছ ভৰিক মেলিয়া পাখা লাৰে॥

* * *

বিচিত্ৰ সন্দেশ কন্যা দিলন্ত সাজিয়া।
চলিলন্ত সদাগৰ দোলাত চড়িয়া॥
তেহে যদি আসি দেই পুত্ৰ প্ৰহৰী।
কিঞ্চিতেকো ভয় নাই সৰ্পক নডৰি॥
দলিচা পাৰিয়াৰে বসিলা সদাগৰ।
শুনি ধন্বন্তৰি ওজা আসিলা সত্বৰ॥

(২১)

সোনেকা কাঙ্কে কৰিয়া
কেশ বিচাৰিয়া যে, আগত দৰ্পণ থৈয়া।
বান্ধি কেশ জুট সুবৰ্ণ মুকুট
শিৰত বান্ধে তুলিয়া॥

সোনেকাৰ বেশভূষা

কৰ্ণত কুণ্ডল কৰে জলমল
কৰে আতি জাতিষ্কাৰ।
কপালত জেঠি আঙ্গুলিত আঙ্গুঠি
গলে গজমতি হাৰ॥
কৰত কঙ্কণ শাখা বিতোপন
কটিত মেখলা সাজে।
পাৰত টোৰণ নুপুৰ ঘাগৰ
চলিতে ৰুনুজুনু বাজে॥
কুসুঁম ভূষণ কৰি পৰিধান
যেন অপেশ্বৰী লাসে।
আনো কন্যা যত প্ৰজিলা সমস্ত
কবি দুৰ্গাবৰ ভাযে॥

(২২)

বেউলা লখিন্দাৰৰ
বিবাহ

পচিশ কলশ জল একত্র কৰিয়া।
লখিন্দৰ কুমাৰক তুলিয়া নুগাইলা॥
বেহুলাইক স্নান কৰাইলা কন্যাগণে।
শৰীৰক ভুষিলন্ত মলয়া চন্দনে॥
দুই বৰ কন্যাক যে চিনান কৰাইল।
সনেকা জে লখিন্দাৰ পুত্ৰক চাইল॥
শিখেত সিন্দুৰৰে দিলেক তিনি ৰেখা।
ললাটে তিলক দিলা চন্দনৰ ফোটা॥

লাস বেঁশ কৰি পাচে দোলাত চৰাইল।
না না আৰম্বৰে সাজি পুত্ৰক পাঠাইলা॥
আউলীয়া মেনকা গৈলেক আগবাঢ়ি।
বৰ বৰিলা পাচে বিপ্ৰ বেদ পঢ়ি॥

*　　　　*　　　　*

গলে গল-পটা গজ মুকুতাৰ হাৰ।
গ্ৰীৱা মধ্যে শোভে যেন সুৰেশ্বৰী হাৰ॥
উজ্জ্বল কাজল বেশ কুৰঙ্গ নয়নী।
এ নয়ন লক্ষনেৰে জাতিত পদ্মিনী॥
কন্যাদান কৰে বাচো জীউক আপোন।
বেদধ্বনি কৰি বাক্য উচ্চৰে ব্ৰাহ্মণ॥

(২৩)

পৰম সুন্দৰী জীউ পৰে লৈয়া যাইছে ;
কোতুহলে কোলাৰ কাৰিয়া॥
জননী কান্দয় তাৰ　　　　আঠাৰ ভাউজ কান্দে
ভাই কান্দে যতেক বৈচাৰি
এপাঞ্চ কুটুম্বে বেঢ়ি　　　　কান্দে সবে জৰাজৰি
বুকুত দাৰুণ মুষ্টি মাৰি॥

*　　*　　*　　*

*　　*　　*

পূৰ্ব্ব জন্মত কিবা তব ব্ৰত কৰি।
সেকাৰণে দুহান মিলাইলা হৰগৌৰী॥

*　　*　　*

অনেক নিকাৰ দুঃখ মিলিল বাপৰ।
কথমপি জীউ ৰাখি আনিলন্ত ঘৰ॥
মেড়েৰ ভিতৰে লগাইলেক ৰত্ন বাতি।
স্বামী সঙ্গে বসি আছে বেহুলাই সতী

দ্বাৰত আচয় ৰক্ষা ওঝা ধন্বন্তৰি।
শিথানে পয়থানে আছে নেউলি ময়ুৰি
*        *        *
স্বামীৰ বচন শুনি বেহুলাই সতী।
তেখনে গৈলন্ত সতী ৰন্ধনক প্ৰতি॥

(২৪)

সৰ্পৰূপে লখিন্দাৰক দংশন কৰিবলৈ পদ্মা দেবীৰ স্বামীক অনুৰোধ

যদি মোৰ বিয়াহিতা স্বামী        হোৱা যদি তুমি জে
তেবে বাদ কৰো প্ৰতিপাল।
মেড়ৰ ভিতৰে পশি        লখিন্দৰ কুমৰক জে
কাল দাঁৰে কৰিয়ো কায়াল॥
*        *        *
পদুমাই বোলে প্ৰভু        অচল শৰীৰ তোৰ জে
মই পৰশিলে হৈবে সৰু।
তুলাত অধিক তোৰ        শৰীৰ পাতল হৈব জে
কাঞ্চ মেৰে পশি ডঙ্ক কৰ॥
*        *        *
ক্ষমা কৰ ভাৰ্যা জে শুন দেবী বিষহৰী।
তোমাত আগল আছে বেহুলাই সুন্দৰী॥

লখিন্দাৰৰ ৰূপ দেখি অজগৰৰ বিষাদ আৰু সৰ্ব্বশেষত দংশন

সৰপে বোলে এ সুন্দৰ লখিন্দাৰ।
কেনমতে কায়াল কৰিবো কালদাৰ॥
শিয়ৰে বসিয়া নেহালয় অজাগৰ।
ষোলকলা সুন্দৰ যে লখাই কুমাৰ॥
শিৰত ডাকিবো শিৰ সুন্দৰ বৰ্ত্তুল।
কেশ কান্তি চামৰে নহয় সমতুল॥
কপালত ডাকিবোহো চন্দ্ৰ যেন জ্বলে।
কৰ্ণত ডাকিবো কৰ্ণে কুণ্ডল হিল্লোলে॥
মুখত ডাকিবো মুখ পূৰ্ণিমাৰ জ্যৌতি।
নাকত ডাকিবো নাকে নাহি একো খতি॥
অধৰে ডাকিবো যেন পাৰলি মুকুল।
দন্তত ডাকিবো বীজ পংক্তি বিৰচিল॥
নয়নে ডাকিবো যেন স্বৰ্গে জ্বলে তাৰা।
কণ্ঠত ডাকিবো কণ্ঠে মণ্ডিয়াচে হাৰা॥
বুকত ডাকিবো বুক কান্তি সুবৰ্ণৰ।
ভুজত ডাকিব ভুজ মৃনাল পৰ্যন্তৰ॥
সুবলিত পেট যেন গঢ়িছি কুন্দিয়া।
হিয়াত কেমনে বিষ দিবোহো ক্ষেপিয়া॥
কৰত দংশিবো কৰ কিশলয় পাত।
কঙ্কালে ডাকিবো যেন ডম্বৰু সাক্ষাত॥
পিঠিত দংশিবো তোৰ দেখি হয় তুষ্ট।
কটিত ডাকিবো কটি দেখি হৃষ্টপুষ্ট॥
উৰুত ডাকিবো উৰু কদলিৰ নয়।
পাৱত দংশিবো পায় পদ্ম প্ৰকাশয়॥
নখত ডাকিবো নখ দৰ্পনৰ জ্যোতি।

বত্রিশ লক্ষণে একো অঙ্গে নাহি ক্ষতি ॥
বিনা অপৰাধে দংশিবাক লাগে দায়া ।
এহি বুলি নিমাইলং প্ৰদীপ গোট যায়া ॥
প্ৰদীপ নুমাই সৰ্প পয়থানে ৰহিলা ।
কতোক্ষণে লখিন্দাৰ গায় মোৰা দিলা ॥
প্ৰদীপ জ্বালাও কন্যা কৰিয়ো বিচাৰ ।
কিসে জানো খাইলে কাণি আঙুলি আমাৰ ॥
নয়নে নিমেষ নাই দেখোহো কুহুৰি ।
অশকতি ভৈলা অৰ্দ্ধ অঙ্গ আইল মৰি ॥
পতিব্ৰতা নাৰীৰ কাহাকো নাইকা ডৰ ।
জৰপূৰ কৰিয়া ধৰিলা অজাগৰ ॥

* * *

কালনিন্দে বিড়ম্বিল পালঙ্কি পাৰি শুয়াইল ।
কিসেতেনো কি ভৈল আক নজানিল ॥
লুহি জুৰে লাল নাসিকা ৰস ।
কেনে জীয়ো কৰো অগ্নিত ঝাস ॥
ঢাকুৰে কপাল আজোৰে চুল ।
কবি দুৰ্গাবৰ গীত অমূল ॥

* * *

দুইহানৰো নাজানিলা গুণাগুণ ।
হেনতে সংহাৰ কৈলা সৰ্প নিদাৰুণ ॥
চাড়িলা সবাৰে আশা স্বামী লখিন্দাৰ ।
মৰিবাক লাগিয়া সজাইলা মেৰ ঘৰ ॥

* * *

হাতে তুলি আপোন স্বামীক দিলো ডালি ।
বৰ পুণ্যব্ৰতী বেটী বেহুলাই বালী ।
তেহে একজন যদি গৈল হস্তে তয় ।
তেৰেকি মোহোৰ স্বামী বন্ধনে পড়য় ॥

সোনেকা বোলয় শুনা ওঝা ধন্বন্তৰি হে
কেনে বিষ মৰণে আসিল।
কালিনী নাগে মোৰ পুত্ৰ সংহাৰিলে হে
কেনে জাৰি না নুমাহ বিষ ॥

* * *

পদ্মাৰ চক্ৰান্তত
শঙ্খ ওজাৰ
মৃত্যু

আপুনি কৰিলে অন্ত পুত্ৰ আপুনাৰ।
তাৰ সম দোষিয়া নাহি দেশত আমাৰ ॥

* * *

কেনে বাপু যাও চান্দৰ পুত্ৰ জীয়াইবাক।
বিষহৰী বাদ সাধি বিড়ম্বিছি তাক ॥
ব্ৰহ্মাণীৰ বৈৰক জীয়াইবে নহে ভাল।
বিষহৰীৰ দ্বাৰে বৈসে একাল বিকাল ॥
বাধা কৰা বাহুোড়োক বিঘ্নি নাযুৱাই।
হেন বাক্য শুনি শঙ্খৰ ভাৰ্যায়ে বোলয় ॥

* * *

বৃক্ষ ডালিয় ব্ৰহ্মাণী মায় যে সৰ্পৰূপে
কায়াল কৰিল কাল দাঁড়ে।
বিষ ব্যগ্ৰতাই ওজা ভূমিত বসিল।
চাৰি শিষ্যক ঔষধ আনিতে পাঞ্চি দিল ॥
লৰ পাৰি চাৰি শিষ্য ভৈলা উপসন্ন।
শঙ্খে বোলে ঔষধ নানিলা কি কাৰণ ॥

* * *

তিনিও দিশত তিনি জনেও পুতিলা।
আকাশৰ হস্তে মাই তোতোলা দেখিলা ॥
তিনি দিশে তিনি অঙ্গ পুতি যেবে আইলা।
তোতোলা ব্ৰহ্মাণী তাক তুলিয়া পেলাইলা ॥

বিহাইলো বাচোৰ বেটী মিলিল বিঘিনি।
বন্তু নহে বৈৰী বেটী বিষম ডাকিনী ॥
বন্তু নহে বৈৰী বেটী এ আঠকপালী।
এহি বুলি কান্দি বেহুলাইক পাৰে গালি ॥
শুনিয়ো শাশুৰী মাতা নকৰিবা একো চিন্তা যে
সত্য বোলো তোমাৰ আগত।
তোৰ সাত পুত্ৰ মৰা ডুবি আছে যত ভৰা যে
আনি দিবো তোমাৰ হাতত ॥
লগে অনুমতি যাইবো দাৰুণ ডঙ্ক জীয়াইবো।
ছয় ভাই শশুৰ সঙ্গে প্ৰভুক জীয়াই আনিবো ॥

*　　*　　*

তুমিও মনুষ্য তেহে প্ৰত্যেক দেৱতী।
দেৱে সমে মনুষ্যৰ দ্বন্দ অযুগুতি ॥
মোৰ আগে তাইৰ নাম নলৈবা বেহুলী।
লাগ পালে পদুমাইৰ কাটো নাক চুলি ॥
এক চক্ষু কাণী আৰু চক্ষু কৰো কাণা।
নসহে শৰীৰে মোৰ শুনি সমিধানা ॥
আমিসে অবালেৰ বালী কাহাক যোগাম ডালি
সোলোকালা স্বামী লখিন্দৰ।
সাৰিয়া আপুন দণ্ডী, ছয় বধু কৰি ৰাণ্ডী
সুখে জীয়ো চান্দো সদাগৰ ॥

(২৮)

আকি পুতাই বোলো নব চান্দমালী।

কনক কঙ্কণ লহ                মঞ্জু কামায়া দেহ

কাট পুতা এ ৰাম কদলী॥

চৌদিকি নমাইলা চোয়ৰি যাবানা।

বেট্ বিৰচিলা নবান সোণা॥

লখাই যে পুত্র ছয় পুত্রত করি মর্ম্ম।

তাহাক কৰাইলা আনি ঈশ্বৰৰ কৰ্ম্ম॥

কেনমতে পাসৰিবো বুকৰ বেদনা।

এহি বুলি কান্দে সবে হাকুল কাৰুণা॥

পাৰলী মুকুলে বেহুলাই যে কন্যা বিহাৰ স্থতলি।

বিবাহৰ লয়লাস হাতে আম ডালি॥

(২৯)

ধন্য বাচোৰ কুমাৰী সাধুৰ নন্দিনী।

ছয় জাউক সম্বোধিয়া মাগিলা মেলানি॥ধ্রুং

হৰি হৰি বেহুলাৰে—

জায়েক সকলৰ
পৰা বেহুলাৰ
বিদায় গ্ৰহণ

বেহুলাই বোলে শুন স্থৰক্ষা যে বাই।

থাকিবা কল্যাণে বাই আমাৰ বিদায়॥

জীয়োক লখাই তোৰ বেহুলাই সতী।

আনিবা জীয়াই মোৰ কোলাৰ নিজপতি॥

গলা বান্ধি কান্দি বোলে তিলোত্তমা বাই।

কুশলে থাকিবা আমি অনুমতি চাই॥

বদন চুম্বিয়া বোলে শুনিয়া বেহুলা।

মোৰ নিজ কান্ত জীয়াও, লখিন্দাৰ বালা॥

সকাৰুণ্য কৰি বোলো বাই সত্যৱতী।
সত্য ৰাখি যাও আমি স্বামীৰ সংহতি ॥
কল্যাণে আসিও তুমি লৈয়া লখিন্দাৰ।
জীয়াই আনিবা আৰ মোৰ প্ৰাণেশ্বৰ ॥
বাহিৰিয়া বিদায় দিয়া বাই ধনমালা।
বিদায় কৰিলো কুলক্ষণী যে বেহুলা ॥
জীয়োক লখাই তোৰ বেহুলাই সতী।
আনিবা জীয়াই মাইহে মোৰ প্ৰাণপতি ॥
আঙ্কোলিয়া ধৰি কান্দে সুন্দৰী হৃদয়া।
বিধিৰ কপটে আমি হইলো বিধৱা ॥
ৰহোক আয়তা তোৰ বেহুলা সুন্দৰী।
আমাৰ স্বামীক মাও আনিবা সুন্দৰী ॥
বাহিৰিয়া বোলান দিলা জয়ন্তী সুন্দৰী।
গলাগলি কৰি কান্দে বেহুলাক ধৰি ॥
পাপিষ্ঠ শশুৰ বিষহৰী সঙ্গে বাদ।
তাহাৰ কাৰণে সাত পুত্ৰৰ প্ৰমাদ ॥
সত্তৰে আসিয়ো তোৰ লৈয়া নিজ কান্ত।
জীয়াই আনিবা মাও মোৰ প্ৰাণ নাথ ॥
শাশুৰীক নমস্কাৰ কৰিয়া বেহুলা।
ছয় জাওক সম্বুধি বুলিলা বৰবালা ॥
শশুৰক বোলে বাপ শুনা সদাগৰ।
আমাৰ পৰমদেৱ স্বামী লখিন্দাৰ ॥
স্বামী হৰি হৰ ব্ৰহ্মা ব্ৰততীৰ্থ স্থান।
স্বামী বিনে পতিব্ৰতা গতি নাহি আন ॥
এহি বুলি সৰ্পৰ সফুঁৰা লৈলা তুলি।
কুঞ্জৰ গমনে গঙ্গা তীৰে গৈলা চলি ॥

সোনেকাৰ বিষাদ

তৰত লাগিবেক বাজিয়া ৰহিবেক
শৃগালে খাইবেক তুলিয়া।
শগুনে ভুঞ্জিবেক কাকে খুন্টিবেক
লখাইৰ সুকোমল হিয়া॥

* * *

জলক পিণ্ডক আশা নভৈল আমাৰ।
এহি বুলি সোনোকাই কৰে হাহাকাৰ॥
ক্ষণো লুটে ক্ষণো উঠে ক্ষণো কান্দে বসি।
শাগুৰীৰ ক্রন্দনে বৃক্ষ পত্র পৰে খসি॥
পশুপক্ষী পতঙ্গৰ এদৃৰ গিয়ান।
মনুষ্যে কেমনে ৰে ধৰিতে পাৰে প্রাণ॥
দেখন্তা জনৰ নয়নৰ লুহি বহে।
চান্দো বৰ নিদাৰুণ কেনমতে সহে॥
সোনেকা শাগুৰী মাই বৰ পেট পুৰি।
হাকুল ব্যাকুলে কান্দে এ বুক ধাকুৰি॥
আই বাই লোক সবে মোৰ বোলধৰ।
শীঘ্রে কৰি সোনেকাক লৈয়া যায়োঘৰ॥
পোঞ্া বেহুলী মঙ্গল যে কৰন্ত সদায়।
কবি দুর্গাবৰ কৃত গীত মধু প্রায়॥

লখিন্দাৰৰ মৰাশ
সহিত বেহুলাৰ
পথত নানা বিলাই
বিপত্তিৰ বিবৰণ

দুর্জ্জনেসে লাগ পাইলে নিবেক ধৰিয়া।
লখাই ৰহিবে তবে তৰত বাজিয়া॥
হাৰি ঘাটে বৈয়াৰে বেহুলাক পাৰে ডাক।
ঘাট নিকাইবাৰ কড়ি দিয়োক আমাক॥
যদি অজগৰ সর্প মেলিস সুন্দৰী।
তবেতো নালাগে তোৰ ঘাটেৰ ঘাটৰি॥
নহে তবে দিয়া যাও ঘাটৰিয়াৰ কৰ।
হেন শুনি বেহুলাই দিলন্ত উত্তৰ॥
সন্তুষ্ট কৰিব দুই নেউলী ময়ূৰী।
সর্পত অধিক মোৰ কোন আছে বৈৰী॥
স্বামী সঙ্গে সর্ব্ব ভাঠি সাগৰক যাইবো।
আগৰ চন্দন কাষ্ঠে মচুলি সাজাইবো॥
ভাসয় মঞ্জুস খানি লহৰি খেলাইয়া।
দুই পাশে বেৰি ৰঙ্গ চাহে নগৰীয়া॥

* * *

সুৰপতি সদৃশ সুন্দৰ স্বামী মোৰ।
কার্য্য নাই গোৱালনী দধি দুগ্ধ তোৰ॥
বিহায়ে বিয়োগ স্বামী হৈল কর্ম্মফলে।
এহি বুলি ভাহি যাই জলেৰ হিল্লোলে॥
আইস বেহুলাই পুষ্প পিন্ধা সুবাসিত।
দূৰ কৰ শব গোট গন্ধাই সঠিত॥
তোৰ পুষ্প পিন্ধি মই কৰিবোহো কিস।
সঠিত সুগন্ধ বাস চন্দন সদৃশ॥

* * *

ক্ষুধায়ে পিড়িল মোৰ পোড়য় উদৰ।
ভুখিলেক ভুঞ্জাইলে পুণ্য বাঢ়য় বিস্তৰ॥

নিশি নিবৰ্ত্তন ভৈল প্ৰভাত বিহান।
এ মামা শ্বশুৰে তথা সাধে মহাদান ॥

*　　　*　　　*

মুখ তোৰ দেখোহো যে ৰে পূৰ্ণিমাৰ জ্যোতি জ্বলে।
তব ৰূপে কামিনী ৰে মুনিৰ মন টলে ॥
বাহুবল সিকদাৰ যে পোঞা সুপ্ৰসন্নে।
চিৰঞ্জীৱি হৌক কবি দুৰ্গাবৰ ভণে ॥

(৩২)

গোধাৰ লগত বেহুলাৰ ভেট

আমিত সগোত্ৰৰ মামা তেহে হয় মামী।
তাহাঙ্ক হৰিলা তোৰ স্বামী অধোগামী ॥
ধন গৰ্ব্বে ধৰি বল কৰিলা পাপিষ্ঠে।
মই আজি তোহোক হৰিবো নিষ্ঠে নিষ্ঠে ॥
কতো দূৰ ভাসি যাই কাখৰি চাপিল।
চক্ষু মুখ থিৰ কৰি পৰিয়া ৰহিল ॥
বেহুলাই বোলে ভাৰ্য্যা কৰিম বুকত,
কেন্দ্ৰেৰা ভাৰক দেখো তোৰ শৰীৰত ॥
বেহুলাইক ধৰিবাক সান্তুৰিয়া যাই।
দুই কুলে ঢউ ভৈল আন্দোল খেলাই ॥
বাপ বাপ কৰি গোধা চক্ষু উলটাইল।
উটো বুৰো কৰিয়া অনেক পানী খাইল ॥

*　　　*　　　*

ছয় দিবসৰ পন্থ ভেলা গৈল ভাসি।
মৰি পচি কুমৰৰ অঙ্গ পৰে খসি ॥
নাক মুখ খসি গৈল এৰ্কণ কপাল।
চিকুৰ আলাগ ভৈল উখৰিয়া ছাল ॥
দিনে দিনে দেহা টুটি গৈলা যোলোকলা।
হেনসে অৱস্থা ভৈল লখিন্দাৰ বালা ॥

খান খান কৰি অঙ্গ পৰয় খসিয়া।
সোন্তে বহি যাই ৰস পালঙ্ক ভিজিয়া
*　　　*　　　*
শঙ্কা বৰ ভৈলা কন্যা শগুন দেখিয়া।
দুই ভুজে স্বামীক ধৰিলা আলিঙ্গিয়া॥
যে জন কৰিলা হেন অবস্থা তোমাৰ।
সেহি জন তলগাণ্ডি হৈবেক আমাৰ॥

(৩৩)

তোমাৰ শৰ বাসে　　　বাঘিনী আইলা কাযে
ডৰে মোৰ কম্পিছয় হিয়া।
মৰা শৰ বুলি　　　বাঘিনী ডাক পাৰয়
মই টোকান দিলো পেলায়া॥
মশাৰিৰ চাৰিপাশে　　　এ মাখি লাগিয়া আছে
মাখিও ভেন ভেনাই।
মাখিৰ কল্লোল　　　সহন নেযায়
তোৰ ৰস চুম্পি চুম্পি খায়॥
মেদিনী বিদাৰি দেহ　　　পাতালে লুকাও
গৰল পাইলে মই পীও
ইহেন ৰূপে গুণে　　　কিমত কিনো ভৈল
মই বাৰী কিসক জীও॥
*　　　*　　　*
সাগৰৰ ঢৌৰে মোৰ　　　শৰীৰ ভিজিল আহা ৰে
দেখিয়া মোহোৰ লাগে ডৰ
কাখৰৰ হন্তে　　　শিলাও পৰে পানী
শাল তাল হয়ে চৌফাল,
পাকত পৰিয়া ফুৰে　　　অতি বৰ চক্ৰকাৰ
উল্লোল কল্লোল কোলাহল॥

প্ৰচণ্ড আস্ফালে　　　　কৰ্ণত মাৰে তাল।
　　উচ্ছল প্ৰচ্ছল বহে নীৰ।
শিহু ঘৰিয়ালে　　　　ঘাৰ তুলি নাচে
　　মৎস্য কচ্ছপ কুম্ভীৰ মগৰ।
ক্ষণো উজুৰাই ভেলা　　　　ক্ষণো ভটিয়াই
　　হুলস্থুল জলৰ কল্লোল।
ইকুলে সিকুলে ক্ষণে　　　　মধ্যে ভ্ৰমিয়া ফুৰে
　　ক্ষণে উঠে ক্ষণে যাই তল।
উটো বুৰো কৰে ভেলা　　　　দেখি সতী বেহুলা
　　ভয়েতে জুৰিলা ক্ৰন্দন।
পদুমাই সুপ্ৰসন্নে　　　　কৰি দুৰ্গাবৰে ভণে
　　সুৰস লাচাৰী বিতোপন ॥

(৩৪)

ভটিয়াই যাওতে ককায়েক শঙ্খধৰৰ লগত পথত পৰিচয়

উজায় আসয় সাধু আসনে বসিয়া।
বাহিচাই বাহে নাও লহৰি ধৰিয়া ॥
এহেন মঞ্জুস ৰে কামাইল কোন মালী।
উপৰেতে চন্দ্ৰতাপ ভিতৰে ফোফালি ॥
হেনৰূপে ৰামা তই কোথাক লাগি যাস।
মৰা সঙ্গ তিয়াগিয়া আমাৰ সঙ্গে আস ॥
সবাৰ উপৰে তোক যে পাতিবো অধিকাৰী।
পাটনেত বসন পিন্ধাইবো অঙ্গভাৰ ॥

*　　*　　*

　　কন্যাৰে হিত বচন শুন মোৰ।
এৰূপ যৌৱন কাল,　　　　মৰণক নহে ভাল
　　অপমৃত্যু সঙ্গে কেনে মৰ ॥

*　　*　　*

সাধু ঘৰে যায়া খাৱৰে মালতী ধানৰ ভাত।
মই নাৰী ভাসিয়া যাও পৰৰ চুয়া পাত ॥
অষ্টাদশ ভাই মধ্যে একেলা বহিনী।
দেৱৰ দুৰ্ল্লভ কৰি তুলিলা জননী ॥
লখিন্দৰ কুমৰক বিয়া দিলা বাপে।
বিহাৰ ৰাত্রিত স্বামীক খাইলা সাপে ॥
আমাৰ সবাত শ্রেষ্ঠ দাদা শঙ্খধৰ।
বাণিজ্যক গৈলা ভায়া বিস্তৰ বৎসৰ ॥

*   *   *

শিখেৰ সিন্দুৰ কৰি দূৰ   গলেৰ শাঙ্খা কৰি চূৰ
পিন্ধাইবো সুবৰ্ণেৰ খুলা খুল।
তুমি ভায়া ভৈলা ৰাণ্ডী,   সুগন্ধ সোণাৰ গুণ্ডি
অঙ্গে দিবো মই দিব্য ফুলাঝুল ॥
এতিনি বৎসৰে তঞি   বণিজক গৈলো মঞি
বণিজক এ লঙ্কা নগৰী।
এ নব বৎসৰে আইলো   পন্থে পৰিচয় পাইলো
কোন মতে যাইবো পৰিহৰি ॥
আয়াতা নাৰীৰ সঙ্গে   নাযাইবো নাযাইবো ৰঙ্গে
বিধোৱা বিশেষ নহে শোভা।
অঙ্গৰ শাখা সিন্দুৰ   শোভা না যাই বহুদূৰ
স্বামী সঙ্গে ঃমন দুৰ্ল্লভ ॥

*   *   *

কাহাৰ শকতি তোক পাৰিবেক গালি।
নাক চুলি কাটি তাৰ মুখে দিবো কালি ॥
যাবে বাস্ক আঁৰ নহে তাবে আছে চাই।
অনন্তৰে সদাগৰ আসিলা উজাই ॥
মেঘৰ শবদ শুনি জলৰ জোকাৰ।
কুলাকুল নমনয় কুহুৰি আন্ধাৰ ॥

বিচুৰুতি হৈয়া ঘৰে হন্তে বাইৰ হৈয়া

শঙ্খধৰ বুলি পাৰে ডাক।

মৰা শৰ লৈয়া মোৰ জীউ ভাসি যায়

পন্থে কি পাইলা তাক লাগ ॥

অঙ্গুৰিক পায়া পৰি মূৰ্চ্চা যায়া

শঙ্খধৰ বুলিলা বচন।

শিক্ষা-বুদ্ধি দিয়া বহিনীক বুজালো

তেওঁ বৈনী নলৈল-বচন ॥

কাকুতি মিনতি কৰিয়া ৰে, বুলিলো তুতি নতি।

কৰ্ণত নলয়ে তাক বেহুলাই সতী ॥

( ৩৫ )

নেতাৰ লগত বেহুলাৰ পৰিচয় আৰু নেতাৰ সাহাৰ্য্যত পদ্মা দেবীৰ লগত সাক্ষাৎ

কামায়া কাঞ্চেৰ মেড় চৌদিকে দিয়া গৈল বেড়,

মেড়ৰ ভিতৰ সৰ্ব্বাঙ্গে সুন্দৰ।

প্ৰভু কি গৈল যমঘৰ ॥

* * *

শুনি গাথি বেহুলাই পুহাইল ৰজনী।

সেকুলে পখালে বস্ত্ৰ নেতনা ধুবুনী ॥

কাপোৰ ধোৱে নেতনা সম্মুখে আছে চাই।

আগৰ চন্দন কাষ্ঠ লোৰে বেহুলাই ॥

হাতত সোলোঙ্গা ধৰি পাৰোয়া মেলিল।

সপ্ত পাক ফুৰি কন্যা চিতাত বসিল ॥

* * *

আকি বেহুলাই বোলে কন্যা চিতাত চড়িয়া।

চন্দ্ৰ সূৰ্য্য সাক্ষী তই হেৰা প্ৰাণ তেজো মই

পদুমাইক তিৰি বধ দিয়া ॥

চন্দ্ৰ সূৰ্য্য সাক্ষী কৰি চিতাত চড়িলা হে

নেউলী ময়ুৰীক হাঙ্কাৰিলা।

আইস আইস পুতা দুই নেউলী ময়ূৰী হে
সৰ্পক কাটি দেও ভুঞ্জা পেট ভৰি ॥
বেহুলাইৰ বাক্য শুনি নেউলী ময়ূৰী
নিকট চাপিলা ৰঙ্গ কৰি ॥
বেহুলাই সতী সৰ্প কাটিবাক চাই
দেখি পদুমাৰ কম্পমান কাই ।
মোৰ স্বামী কাটে-বেটী বাণিয়া টেণ্টনী
শীঘ্ৰে ৰক্ষা কৰা ধ্ৰুবুনী নেতাই ॥
বোলে নাকাটিবা কন্যা সৰ্প অজগৰ
জীয়াই দিবো তোৰ বালা-লখিন্দৰ ।

* * *

মোৰ স্বামীক মাৰিলেক ৰাহুৰা ব্ৰহ্মাণী ।
মই লাগল পাইছো বনিয়া টেণ্টনী ॥
সংসাৰত অযুক্তে মাৰিলা মোৰ স্বামী ।
আঞ্চোল পাতিয়া স্বামী দান মাগো আমি ॥
দয়ায়ে দ্ৰবিয়া চিত্ত বাহুৰা বোলয় ।
জীয়াইবো স্বামীক তোৰ বুলিলো নিশ্চয় ॥

( ৩৬ )

পঞ্চ নাদে যত গায়ে সুললিত
কৰে কৰতাল বায়া ।
যেন অপেশ্বৰী নাচে ভঙ্গি কৰি
ময়ূৰে পেখন ধৰিয়া ॥

* * *

বেহুলাৰ নৃত্য-গীত
আৰু লখিন্দাৰ
আদিৰ পুনৰ্জন্ম ।

মন্দিৰে আচয় মোৰ ৰাণ্ডী ছয় জাও ।
দুখে শোকে সন্তাপে আমাক দিবে শাও ॥

* * *

কোড়াৰ টোপনি বেটী জানে বান্ধিবাক।
একোয়ে প্ৰকাৰে নাপাৰিলো ভাঙিবাক॥
বেহুলাই বদতি শুনা দেৱী বিষহৰী।
সৰ্ব্বস্ব নহৈলে নিবৰ্ত্তিবো কেনে কৰি।
আমাক অধিক বেটী এত যে আগলি।
বাৰখান বুহিত দিবাক লাগে তুলি॥

*　　*　　*

বহিঠা ধৰিলা যত নাৱৰীয়া গন।
পৱন সঞ্চাৰে ডিঙা চলিলা তেখন॥

*　　*　　*　　*

বেহুলাইক বান্ধি পাচে থৈলা পোতাশালে।
মধুসেন দানী গৈল ৰাজাৰ গোচৰে॥

*　　*　　*

পুত্ৰ পৰিয়াল সবে জীয়াইল ৰাজাৰ।
ভাৰ্য্যায়ে সহিত ৰাজা কৈল নমস্কাৰ॥

*　　*　　*

উজায় আসয় সাত সাউদৰ নন্দন।
সেহিৰাত্ৰি সোনেকাই দেখিলা স্বপন॥

*　　*　　*

ফুলৰ বিচনি খানি তুলি লৈলা কৰে।
কেন্থেৰা পিন্ধিলা কন্যা গাৱৰ উপৰে॥

*　　*　　*

ডোমৰ ঝিউ আকাৰে মই দেখিয়া নিন্দিলো।
হাঁ হাঁ বধু বেহুলাই কমনে হৰাইলো॥

*　　*　　*

বিহায়-ৰাত্ৰিত আইলা　　ডোমডালি যোগাইলো
দূৰে থাকি দেখিলো সেই বেলি॥
নহো ডোমৰ ঝী মই　　কেনে নিচিনস তঞি
হওঁ মই বেহুলাই বালী॥

স্বামী সহিত
বেহুলাৰ চম্পাৱতী
প্ৰবেশ

দুৱাৰে দুৱাৰে গাছ কপিলা কদলি।
সাতপুত্ৰ বুহিত আনিতে গৈলা চলি॥
এহি বুলি বেহুলাই বাক্য নিবন্ধিলা।
তেতিক্ষনে কপাটৰ কুলুপ খসিলা॥

* * *

নীলাচল নামে গ্ৰাম সংসাৰত সাৰ।
আছয় পাৰ্ব্বতী অসুৰৰ ক্ষয়ঙ্কৰ॥

সমাপ্ত

# শব্দৰ অৰ্থ

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| অজোনিকা | ( সং – অজোনিজা ) – যোনিৰ পৰা জন্ম নোহোৱা, গভৰ পৰা নোপোজা | ১১, ১৩ |
| অনন্দ ( ? ) | আনন্দ ( ? ) আনত ( ? ) | ১ |
| অনাদি | আদি বা উৎপত্তিৰ কাল নিৰ্ণয় কৰিব নোৱাৰা জগতৰ কাৰণ স্বৰূপ শক্তি | ৫, ৯, ১০ |
| অপ্ৰাজিতা | অপৰাজিতা, পুষ্প বিশেষ | ৭৩ |
| অবজৰি | আজুৰি | ৯৬ |
| অবাল | কমবয়সীয়া | ৩২, ৪০, ১১৩ |
| অৰঘ | অৰ্ঘ্য | ৮৮ |
| অষ্টনাগ | আঠোটা ভাগৰ সাপ , মনসাৰ অনুচৰ – অনন্ত, বাসুকি, তক্ষক, কুলীৰ, কৰ্কট, শঙ্খ, পদ্ম, মহাপদ্ম | ১১, ৫২, ৭৩ |
| আঅকা ৰাতি | অন্ধকাৰ ৰাতি, আন্ধিৰাতি | ৩২ |
| আউলীয়া | আকুল | ১০৮ |
| আঙ্গিনা | চোতাল, ঘৰৰ সন্মুখৰ মুকলি ঠাই | ১৩ |
| আগৰ | অগৰু কাঠ | ১০২, ১১৭, ১২২, |
| আগল, আগলি | অধিক | ৩৫, ৪০, ১২৪ |
| আজলীয়া | সৰল, অজলা | ৩৫ |
| আজ্ঞালে | আলজালে, সহজ সৰল ভাবে | ৩৫ |
| আঞ্চোড়য় | আচোৰে | ৩৬ |
| আটাল | ঘৰৰ ওপৰৰ চাং | ৮৭ |
| আট-কপালি | ( আদ্‌কপালী )=দুৰ্কপলীয়া, দুৰ্ভগীয়া | ৫৪, ১১৩ |
| আঠ-পৰিক্ষা | আঠ প্ৰকাৰ পৰীক্ষা, আত্ম-পৰীক্ষা ( আঠ=আঁত ) | ৪০ |
| আঠ্‌কুৰ | সন্তানহীন | ২৮, ৮৭, ৮৯ |
| আধাৰ | আহাৰ | ৭ |
| আক্ষাৰ | কমাৰশাল | ১৮ |
| আৰপিলা, আৰোপিল | অৰ্পণ কৰিলে ; থলে | ২০, ২৯ |
| আলিপন | ঘৰৰ চিত্ৰিত কাম | ১৪, ২৬, ৪৮, ৯৭ |
| আয়াস | আয়াস, শ্ৰম ভাগৰ | ২৯, ৬৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| আয়তা | আয়তী ( স্ত্ৰী ) | ১২১ |
| আসকৰা, আসকয়া | পুষ্প বিশেষ, বাৰিষা কালত ফুলে | ২১, ২৯, ৭৩ |
| উকটি, উকটাইলা | তন্নতন্নকৈ বিচাৰ কৰি প্ৰকাশ কৰি দিয়া | ৩০, ৪০ |
| | ওখলৈ উঠিযোৱা | ৬, ১২০ |
| উঝটি | ভৰিৰ আঙুলিত পিন্ধা আঙুঠি | ২৫, ৫৯, ৮০ |
| উন্তায় | উদ্ভাৱ, উৎপন্ন, উৎপত্তি | ৭ |
| উদাহ | উদাস, নগ্ন | ৫০ |
| উসাস | উশাহ | ৪৬ |
| ঋষি-আনি ( নী ) | ঋষি পত্নী | ১২, ২৪, ২৫, ২৬, ৪১, ৪২, ৪৭<br>৪৯, ৫০, ৫৩, ৫৪, ৫৬, ৬১, ৫৭ |
| এদুৰ | ইমান দূৰ | ৩৭, ৯৯, ১১৩ |
| ওড় | জবাফুল | ২১, ২২, ২৯, ৫২, ৭৩ |
| কতি, কথি | ক'ত | ১৭, ৫৭, ৫৮, ৬১ |
| কমনে | কেনেকুৱা | ৫৬ |
| কমায়া, কামায়া | গঠন কৰি | ১৮, ৬৯, ১১৪, ১১২ |
| কৰণ্ডি, কৰণ্ডী | ( সং-কৰণ্ডিকা ) কৰণী, ফুলতোলা,<br>পাত্ৰ বিশেষ | ২৪, ২৬, ২৯, ৬৮, ৭৩<br>৭৬, ৮৯, ৮২ |
| কড়িঙ্গ, কৰিঙ্গ | কঁড়িয়া, নাৱৰ কনাৰি। নাও বান্ধিবৰ<br>কাৰণে দাতিত জৰীৰ বা ৰেতৰ আঙঠি | ৯৩, ১০২ |
| কপ্পটী | ফটা কাপোৰ | ৩০ |
| কয়, কয়া | কৈদি ( অসমাপিকা ) | ৪০, ৪১ |
| কায়াল | ( সং — কাহল, দুৰ্ব্বল, কৃশ, আৰবী, কাহিল,<br>তেজহীন ) নষ্ট বা ধ্বংস হোৱা | ১০৯, ১১০, ১১২ |
| কাউন, কাওন | ( সং — কাষাপণ ) যোল পোন কড়িৰ সমষ্টি | ৪৫, ৮৮, ৯৫ |
| কাকৈ | কাকৈ, ফণি | ২৫, ৪২, ৫৯, ৭৪<br>৭৫, ১০৭ |
| কাঞ্চ | কাচ, চীনা মাটি | ১৪, ১৫, ১০৯ |
| কাঞ্চি-ফল | সম্ভৱতঃ "কাঞ্চি" শব্দ কাঞ্জি শব্দৰ ৰূপভেদ।<br>কাঞ্জি ফলৰ অৰ্থ হয় টেঙা ফল | ৯৪ |
| কাঞ্চুল, কাঞ্চুলি | কাঁচলি | ২৫, ৩৫, ৪০, ৭৫ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| কাণ্ডাৰ | গুৰীয়াল | ৩৭, ৩৯, ১০২ |
| কানঠি | কাঠী, নাৱৰ দাতিত থকা দাঁড় | ৯৪ |
| কাতিৰে | কটাৰী, কাঁটা | |
| কাৰিয়া | কাঢ়িনিয়া, বলেৰে লৈ যোৱা | ১০৮ |
| কাৰে | কাঢ়ে ; কৰে | ৩৫ |
| কাশী | কাঁহী | ৪২, ৪৩ |
| কাশি-বাতি | কাঁহী-বাতি | ৫৪ |
| কাসুন্দি | কাহুদি | ১০২ |
| কিঙ্কিনী | ককালত পিন্ধা জুনুকা লগোৱা অলঙ্কাৰ | ১১, ৮০ |
| কুটনি | সক সকৈক জোখত কটা কাৰ্য্য | ৯৩ |
| কুষ্ঠি | কোষ্ঠী, জন্ম পত্রিকা | ১০৫ |
| কুন্দক | কুন্দোৱা কাৰ্য্য | ৯৩ |
| কুন্দাৰ | কাঠ কুন্দাওতা কুন্দশালত বিভিন্ন আজত কাঠ কাটোতা | ১৪ |
| কুমৰ | কুমাৰ | ২৭, ১১৮ |
| কুৰঙ্গ | হৰিণ | ১০৮ |
| কুলুপ | খিল, দুৱাৰ বন্ধ কৰি ৰখা সৰঞ্জাম | ১২৫ |
| কুশণ্ডি | ( সং কুশণ্ডিকা ) বিবাহ অনুষ্ঠানৰ পৰি-সমাপ্তি ঘটোৱা যজ্ঞ বা হোম | ৬২ |
| কুহৰি | ( সং-কুহেলিকা ) কুঁৱলী | ১১১, ১২১ |
| কেন্থেৰা | ফটা ছিন্ন বস্ত্র | ২১৮, ১২৪ |
| কৈশাল | বৃক্ষবিশেষ | ৯২, ৯৪ |
| কোড়াৰ | কোলাৰ | ১২৪ |
| কৌটাল | হাউ-উকমি কোঢ়াল | ৪৪ |
| খখাৰ, খক্কাৰ | কলঙ্ক | ৩২, ৭৭ |
| খট্টাঙ্গ | ( সং—খট্‌্াঙ্গ ) মৰা মানুহৰ লাওখোলা লগোৱা লাখুটি ; কাপালিকে ব্যৱহাৰ কৰে | ৫২, ৫৩, ৬৮ |
| খায় | খায় ( বং-খাও ) খা ( অনুজ্ঞা ) | ১৮, ২২, ২৩, ২৭ |
| খিয়াত | খিয়তি, খ্যাতি | ২৮ |
| খুলা খুল | বহুল পৰিমাণে | ১২১ |
| খেখট | কৰমৰ কৰি, বিকট শব্দ কৰি | ১০২ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| খড়ুৰা | সাপ বিশেষ | ১০১ |
| খৈ পূজা | লাজ হোম, অগ্নিত আখৈ দলিয়াই কৰা বিবাহৰ কাৰ্য্য বিশেষ | ৬২ |
| গজমতি হাৰ | =হাতী দাঁতৰ হাৰ, গজ মুক্তাৰ হাৰ | ১০৭ |
| গঞাৰ | গোঁৱাৰ | ৯৯ |
| গমাৰি-চৌখুড়ি | গমাৰিকাঠৰ চাৰি খুৰাযুক্ত পিৰা | ১০৫ |
| গম্ভাৰু | গমাৰি গছ | ৯৩ |
| গয়াৰি | গৰ্ব্ব বচন | ২৮ |
| গহ | 'গ্ৰহ' শব্দৰ ৰূপান্তৰ, আগ্ৰহ বা হেঁপাহ অৰ্থত ব্যৱহাৰ; পুৰনি পুথিত অহঙ্কাৰ, গপ, অৰ্থতো গহ শব্দৰ প্ৰয়োগ দেখা যায় | ২৫, ২৮ |
| গীতাল | গীত আৰু তাল | ৩ |
| গুণ্ডি, গুণ্ডিয়া | এবিধ অলঙ্কাৰ | ৮, ১২১ |
| গুয়াতি পসাৰ | তামোল-পানৰ বজাৰ | ১০৫ |
| গোমইৰে | গোময় বা গোবৰেৰে | ১৪, ২৬ |
| গোমোনা | মুখেৰে বজোৱা বাদ্য বিশেষ | ৭৪, ৭৫ |
| ঘণ্ট | ঘট, কলহ | ৩, ৪৭, ৮৮ |
| ঘাগড়, ঘাঘৰ | মাইকী মানুহে পিন্ধা কঁকালৰ পৰা ভৰিলৈকে ওলমি থকা পোছাক বিশেষ | ২৬, ৫৯, ৬৮, ৯৪, ১০৭ |
| ঘাটন-ঘোটন | সঞ্চালন বা মথন কৰা একপ্ৰকাৰ কৌতুক। | ৬৫ |
| ঘাটৰি | নৈৰ ঘাট পাৰ হোৱাৰ বেচ | ১১৭ |
| ঘুগৰা | ঘুংঘুৰা, জুনুকা | ৬৮ |
| ঘোঙট | মূৰৰ ঢাকনি বা ওৰনী | ৫৪ |
| ঘোঁটনি | মূৰত মৰা কাপোৰ | ৫২ |
| চতকিলি | চিতিকি পেলালি, সিচৰতি কৰিলি | ১০৪ |
| চয়ৰাই | চৰিয়াই | ১০৩ |
| চাঞ্চে | চাঁচে | ১৪ |
| চাটনি | ঘৰৰ মূধচ ( roof ) ( ছাটনী ) | ৩, ১০৪ |
| চান্দ-মালি | ( চান্দ—চন্দ্ৰ; মালী—মালাধাৰী ) | ১১৪ |
| চায় | ছৱা; সন্তান | ২৭, ৪৩, ৯৯ |
| চায়ানি | ঘৰৰ চাল | ৩, ১৪ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| চায়াল | ছৱাল | |
| চিকুৰ | চুলি | ৮, ৩২, ৩৮ |
| চিঙে | ছিঙে | ১১৮ |
| চিনান, ছিনান | স্নান | ৩৮ |
| চুণি | চুন্নি, মূল্যবান পাথৰ বিশেষ | ৪১, ১০৭ |
| চুৰ | চূৰ্ণ কৰা | ১০২ |
| চেড়ি, চেড়ী | চেটী, চাকৰণী | ২০, ৩৫, ১২১ |
| চেয়ে | চেৱে | ৫০, ১০৫ |
| চোঞ্চা | বাকলি | |
| চোয়ৰি | চোঁঞৰ, চুঁৱৰী পহুৰ নেজ, বা' দিবৰ কাৰণে ব্যৱহাৰ হয় | ৪৬, ৪৭ |
| চৌচাল, চৌচালি | চাৰিচাল যুক্ত | ১১৪ |
| চৌৱাৰ | চোঞৰ, চামৰ | ৩. ১০৪ |
| ছায়া | চাই | ৩ |
| ছন্দোআ, ছন্দোৱা | চন্দ্ৰাতপ | ৭৪ |
| ছায়া | সূৰ্য্য পত্নী | ৩, ১৪, ৪৮ |
| জগ্রাই | জমাই | ৮৫ |
| জড় | গোটাই, থুপ খুৱাই | ৬১ |
| জগবিয়াপিনী | জগদ্ব্যাপিনী | ৯১ |
| জন্তৰিতে | জগত তৰিবৰ নিমিত্তে | ১ |
| জমিক | গণক ( ? ) | ৬১ |
| জবা শাৰী মাল | জবাফুলৰ শাৰী শাৰী মালা | ১০৫ |
| জহ্নুৰ-মহানন্দ | গঙ্গাৰ পুত্ৰদ্বয় | ৯৭ |
| জায়াইক | জামাই, জোঁৱাই | ৮৯ |
| জেঠি | কপালত পিন্ধা জেঠিৰ আকৃতিৰ অলংকাৰ | ৫৬, ১০৬, ৯৩ |
| জোতি | জ্যোতি | ১০৭ |
| ঝাৰা | অপৰিষ্কাৰ পেলনীয়া বস্তু | |
| টাৰ | বাহুত পিন্ধা অলঙ্কাৰ | ৫ |
| টৌড়ন | ওলোমাই পিন্ধা অলংকাৰ | ৫৯, ৮০ |
| | ( তোড়ন চাওক ) | ১০৭ |
| ঠোকোনাই | হাতেৰে ঠেলা মৰা বা আঘাত কৰা | ১০৩ |

| শব্দ | অর্থ | পৃষ্ঠা |
|---|---|---|
| ডংক | দংশন | ১১৩ |
| ডক্কিয়া | দংশন কৰি | ১৫, ১০১ |
| ডোৰ | জৰী | ৩, ১৪ |
| ঢাল | বেৰা | ১৪ |
| তল-গাস্তি | শৰীৰৰ তলছোৱা ( গাস্তি=গাঁথি ) | ১১৯ |
| তুৰিতে | ত্বৰিতে, তুৰন্তে | ১৩ |
| তেহে | তেওঁ | |
| তোড়ন | অলঙ্কাৰ স্বৰূপে শৰীৰত ওলোমাই ৰখা ভূষণ | ৮০ |
| তোতোলা, তোতলা | খোনা, কথা কওঁতে অলপ লাগি যোৱা ; পদ্মাদেবীৰ বিশেষণ | ২, ১৪, ৮৫, ১১২ |
| থুবুৰ | ( সং=স্থবিৰ ) বয়স্থীয়া | ১০৫ |
| দুতৰ | পাৰহোৱাৰ অসুবিধা | ৩৪ |
| দুতি | দ্যুতি, উজ্জ্বল | ১৭ |
| দুবা, দুবলি | পুষ্প বিশেষ | ২১, ২২, ২৯, ৭৩ |
| দেৱতী | দেৱী | ১৭, ৫২, ৯০, ৯৬, ১১৩ |
| দেৱৰ্দ্দেৱ | দেৱতাৰ সকলৰ দেৱতা মহাদেৱ | ৭১, ৭৪ |
| দৈ-কোঠেৰ | —সম্ভৱতঃ কোনো স্থান নির্দ্দেশ কৰিছে | ৯৩, ১০৬ |
| দোয়া | দুইবাৰ ( Twice ) | ৮৯ |
| দোয়াজ, দ্বাজ | দ্বিতীয়বাৰ ( Second ) | ৮ |
| ধায়নী | ধাত্ৰী, ধাই | ১৩ |
| নব্বান, নবান | নতুন | ৪১, ১১৪ |
| নাইবাক | নাহিবাক, স্নান কৰিবলৈ | ৫১ |
| নাঞ | নাম | ৪১ |
| নাঅ, নায় | নাও | ৩৮, ৩৯, ৪০, ৯১, ৯৪, ৯৭, ১০২ |
| নায়বন্ধ | নাও নির্ম্মাণ | ৯২ |
| নিন্দ | নিদ্ৰা | |
| নিবড়ি | নিবর্ত্তি | ৬৭, ১০৪ |
| নিয়ৰি | ধাতু পিটি গঢ় লগোৱা লোৰ টুকুৰা-কমাৰ আৰু সোণাৰীয়ে ব্যবহাৰ কৰে | ১৯ |
| নিৰিসন ( নিৰীক্ষণ ) | দৃষ্টি | ৩২, ৪০ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
| --- | --- | --- |
| নিলয় | আবাস, বাসস্থান | |
| নুহাইলা | নোৱালে, স্নান কৰালে | ১৩, ২৫, ১০৭ |
| নেত | কাপোৰ | ৫৬, ৬৮, ৯৪, ১০০, ১২০ |
| নেয়চিয়া | নেওচন দি ( অসমাপিকা ) | ৫৮ |
| পচতি | জন্মৰ পাছদিনৰ দিনা পালন<br>কৰা অনুষ্ঠান বিশেষ | ১০৪ |
| পঞ্চম অৱস্থা | চৰম অৱস্থা, শেষ অৱস্থা | ৭৭ |
| পঞ্চশব্দ | পাঁচবিধ মাঙ্গলিক বাদ্যৰ<br>একেলগে কৰা শব্দ | ৪৭, ৪৯, ৫৮, ৬৪ |
| পয়থানে | পদস্থান | ১০৯, ১১১ |
| পয়ৰে | পদেৰে, ভৰিৰে | ৯, ৯৯, ১০০ |
| পয়োভৰ | প্ৰতাপ | ৩১ |
| পৰিসেক ( ? ) | পৰিশেষ ( ? ) | ১০৬ |
| পসাৰ | পোহাৰ, বিক্ৰী কৰিবৰ কাৰণে<br>মেলি ৰখা বস্তু | ৭৫ |
| পাইক | গাৰে খাটি দিয়া মানুহ | ১০০ |
| পাঞ্চালি ( পাঞ্চালী ) | নৃত্যযুক্ত গীত, পাচালী ; সংস্কৃত পঞ্চালিকা | ১, ৫১ |
| পাঞ্জৰ | কাষ | ১৯ |
| পাতাল-গাড়ুৰি | ( সং—পাতাল গাৰুড়ী )—এবিধ<br>ৰঘুমলা জাতীয় লতা, পক্ষীৰাজ লতা | ১০১ |
| পাৰে, পাৰিল পাৰিলন্ত | গুটি বা বীজ সিঁচা | ২০ |
| পিঙ্গট | পিঙ্গল বৰণীয়া | ৫৪ |
| পিঙ্গলা | শিংশপা বৃক্ষ ; চিচুগছ | ১০১ |
| পিনা | সৰু জোঙা মাৰি | ৫ |
| পুস্কৰ্ম্মি | পুষ্কৰিণী | ৭০, ৭১ |
| পেচন্দাৰ | ডিঙিৰ পৰা ওলমি বুকুত পৰি থকা<br>দুগ্‌দুগী ধৰণৰ এবিধ অলঙ্কাৰ | ৫৬ |
| পেঞ্চা | ফেঁচা | ৬৯ |
| পেটাৰি | সৰু বাকচ | ৩ |
| পোঞ্চা | পদ্মা শব্দৰ অপভ্ৰংশ ৰূপ,<br>মনসা দেৱীৰ নাম | ১, ৩, ১১, ১৪, ১১৬, ১১৮ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| ফুলগুও | ফুলৰী, ফুলৰ মালা | ৮৮ |
| ফুলধাৰি | ফুলনি | ২৪, ২৭, ৩৬, ৪০, ৬৭, ৬৮, ৭২, ৭৫ |
| বঅস | বয়স | ৪০, ৪৪ |
| বত্তিশ-অলংকাৰ | শৰীৰত বিভিন্ন অঙ্গত পৰিধান<br>কৰা বত্রিশ প্রকাৰ অলঙ্কাৰ | ২৬, ৭৫ |
| বন্ধ | বধ | ২৭, ৮৯ |
| বৰতি | ব্রতী | ৩, ৫৫ |
| বৰদাই | বৰদাত্রী | ৮৯ |
| বৰাইছে | বঢ়াইছে, আগলৈ নিছে | ১৩ |
| বস্থুয়া | সহচৰ | ৪৫, ৪৬, ৫০, ৫৬ |
| বাউ, বায় | বায়ু | ১৭, ২৯, ৩৯, ৪৬, ৬৭, ৭০, |
| বাউ, বাউটি | বাহুটি, বাহুত পিন্ধা অলঙ্কাৰ | ২৫, ৫৯, ৮০ |
| বাগ্যানী | বনিয়ানী ( স্ত্রী ) | ৮৭ |
| বালি, বালী | বালিকা, বালা | ২৩, ১১১, ১১৩, ১২৪ |
| বাস্থুয়া | মহাদেৱৰ বৃষভ | ১৮, ১৯, ২০, ৬৮ |
| বাহ, বাহা | বাহু | ২৭, ২৮, ৪০ |
| বাহিচা | নাওবৈচা | ১২০ |
| বাহুড়া | ( বাসুলী – বাহুড়ী – বাহুড়া ) শক্তি<br>বা চণ্ডীৰ নাম বিশেষ, পদ্মা দেবীৰ নাম | ৭, ১০, ১১, ৬৩, ৭৯, ৮০,<br>৮৫, ৮৭, ১২৩ |
| বাহুড়িআ | উভতি | ২৮, ৫৪, ৫৫, ৬৭, ৬৯,<br>৭৬, ৯৮ |
| বাহুড়িল | উভতিল | ৬৯, ৯০ |
| বিচাইল | বহলাই মেলি দিয়া, বিস্তৃত কৰা | ৩৩, ৮৮ |
| বিচাৰিলা, বিৰচিলা | সজালে | ২৫, ৪২, ৫৯, ৭৪, ১০৭ |
| বিচি | গুটি, বিধান | |
| বিধোৱা | বিধৱা | ১০৪, ১২১ |
| বিহায় | বিবাহ | ৭, ১২৭, ১২৪ |
| বুহিত | ( সং-বহিত্র )<br>=নাও | ৯২, ৯৪, ৯৫, ৯৭, ৯৯,<br>১০০, ১০৩, ১২৪ |
| বৃক্ষালি | কাঠনি, হাবি ( সং – বৃক্ষাৱলী ) | ৯২ |
| বেটু | ( সং-বৃন্ত ) আবৰি বা সংলগ্ন কৰি ৰখা কাজ | ১১৪ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| বেনা | বীণা | ২৩ |
| বেশাই, বেসাই | বেহাই, হাটকৰা | ১৩, ৪৫ |
| বৈচাৰি | বেচাৰি | ১০৮ |
| বোৰ্কণ্ড | মোনা, ঝুলি | ৩০, ৫২ |
| বোদলাৱে | সলোৱা, সলায় | |
| বৌলা | বৃক্ষ বিশেষ ( সং-বহুবাৰ ) | |
| | বোৱাল গছ, ঘাপথৰা গছ | ৯২ |
| ব্যলিশ, ব্যাল্লিশ ফুল | সকলোবিধ ফুলৰ সমষ্টি ব্যাল্লিশ ফুল বুলিলে | ২১, ২৯, ৩৩, ৩৬ |
| | সকলো প্ৰকাৰ ফুল বুজায় | ৬৮, ৭৩, ৭৮ |
| ব্যেৱন্ধা | গড়, বেষ্টনি | |
| ব্ৰহ্মাণি, ব্ৰহ্মাণী | ব্ৰহ্মানী, পদ্মা বা মনসাৰ অন্যতম বিশেষণ | ৩, ৭, ৮, ১০, ১১, ৩৬, ৬৩, ৭৭, ৭৮, ৭৯, ৮০, ৮৫, ৮৭, ১১২, ১২৩ |
| ভাইজ | ভাতৃজায়া | |
| ভায় | ভাৱ | ৩২, ৩৬, ৬৮, ১০৪, ১০৬ |
| ভুকি | ভুকু | ১০৩ |
| ভুখিল | ক্ষুধাতুৰ | ৩৯ |
| ভোক্ষ | ভোক | |
| মঞ্চ | ওখচাং, ঠায়ে ঠায়ে মৰ্ত্ত্য বা পৃথিবী অৰ্থতো | ৫, ১১, ১২, ১৪ |
| | প্ৰয়োগ কৰিছে | ৬০, ৭২, ৭৩ |
| মঞ্জু, মঞ্জুস | ( সং-মঞ্জুস ) চন্দুক নাও, তৰী | ৩ |
| মন্দিৰা | মন্দিৰ | ১০৪ |
| মাঙ্গাহ | মাঙ্গাস ( বং-মান্দাস ) | |
| | ( সং-মঞ্জুস ) নাও, তৰী | ৩ |
| মাড়ৈয়া, মাড়নী | মৰীয়া, মৰিয়ানী মনসা দেৱীৰ পূজাৰ প্ৰথম | |
| | প্ৰবৰ্ত্তক বুলি জন প্ৰবাদ আছে | ৯ |
| মাওলি | মাৰলি | ৩ |
| মানসিল | ইচ্ছা কৰিলে | ২৬ |
| মাল | মালা | |
| মালঞ্চ | ফুলনি | ২১, ২২, ২৩, ২৭, ২৮, ৩০, ৩২, ৭৪ |
| মাল্যানি | মালিনী | ৩৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| মুখচন্দ্ৰিকা | বিয়াৰ পাছত দৰা কন্যাই প্ৰথমবাৰ মুখ দৰ্শন কৰা অনুষ্ঠান | ৬০ |
| মুণ্ডিয়ালি, মুড়িআলি | মূৰত পিন্ধা ভূষণ টোপৰ | ৮, ৫১, ৫২, ৬০ |
| মুৰাৰি থোপা | মনিবে কাজ কৰা ঘৰৰ বেৰত বা ওপৰত ওলোমাই থোৱা শোভাজনক বস্তু | ৪৮, ৯৪, ১০০ |
| মৃত্যো | মৃত্যু অৱস্থাতে | ৯ |
| মোচ্চাৰ | সম্ভৱতঃ 'মশাৰি' অৰ্থত ব্যৱহাৰ হৈছে ( হিন্দী মচ্ছৰ—মহ ) | ১০৩ |
| ৰাউল | ( হিং-ৰাৱল=দলপতি ) প্ৰধান, পতি, মুখ্য | ৩১ |
| ৰাণ্ডী | বিধবা | ১০৩, ১১৩, ১২১, ১২৩ |
| ৰায় | ৰাও শব্দ | ৭, ১৩, ২৪, ২৫, ২৭, ৩৫ ৪৬, ৬৯, ৭০, ১০৬ |
| ৰিদ্ধি | সম্পত্তি, ঐশ্বৰ্য্য | |
| ৰূপমান | ৰূপবান | ২৬ |
| লয়নু | লৱনু, মাখন | ৪৫, ৫১ |
| লাউকেৰ | লাওৰ | ৫৬, ৫৮ |
| লাহা | লা, ধাতু বিশেষ | ৯৪, ১০২ |
| লুইয়া, লুয়া | লুই, কাপোৰ, পছমী চাদৰ বিশেষ | ১২, ১৩ |
| লুহি | চকুলো | ২৬, ১১১, ১১৬ |
| লো | চকুলো | |
| লোটনি | বেনী, কেশবিন্যাস | ১২, ৭৪ |
| শিঠান | শিৰস্থান, মূৰশিতান | ১০৯ |
| শুঠি ( শুণ্ঠি ) | শুকান আদা | ৮ |
| শ্ৰৱশ্ৰুৰ | শ্ৰুৱ-শ্ৰুস, যজ্ঞত ঘিঁউ ঢলা হেতাৰ নিচিনা পাত্ৰদ্বয় | ৫১ |
| সআনে | স্নানলৈ | ১ |
| সঞ্চাৰ | সংসাৰ | ১১ |
| সোঞ্চা মিঞ্চা | সঁচা মিছা | ৩৬ |
| সঞ্জা বিজ্ঞা | পাৰ্ব্বতীৰ অনুচৰী দুজনীৰ নাম | ২৭, ৪৫, ৫২, ৬৩, ৬৪, ৭০ |
| সঠিত | ওচৰত, কাষত | ১১৭ |
| সন্ধ্ৰুৰা | সঁফুৰা, সৰুটেমা | ৪৬, ৪৭ |

| শব্দ | অৰ্থ | পৃষ্ঠা |
|---|---|---|
| সলথ | হলথ গছ, বৃক্ষ বিশেষ | ৯২ |
| সান | স্বন শব্দ, ইছাৰা | ৩৮ |
| সাৰস্থয়া | মধুৰ কোমল শব্দ | ৩৫ |
| স্থতলি | মালা | ১১৪ |
| স্থতাৰ | স্থত্ৰধাৰ, বাঢ়ৈ | ১৪ |
| স্থয়াই | ( সং-স্থ্চি ) বেজীৰে | ১৩ |
| সেবাল | শেলুবৈ ( সং-শৈৱাল ) | ৭ |
| সোণাৰ লাঠ | সোণাৰু গছৰ দীঘল ছে'ই। | ১০২ |
| সোস্তে | সোঁতত | ১০০, ১১৯ |
| সোলয়-সম্পূৰ্ণ | –ষোলকলাই সম্পূৰ্ণ | ৪৮ |
| সোলোকালা | –খুলি মুকলি কৰা ( to untie ) | ৩৫ |
| হয়া | –হোৱা | |
| হৰ ( বাসাহৰ ) | =ঘৰ | ৬৩, ৬৯, ৭০, ৭৩, ৮১ |
| হাঙ্কাৰিলা | =আহ্বান কৰিলে | ১২২ |
| হাতিনা | =সৰঞ্জাম | ১৮ |
| হিডল | =হিজল গছ | ৯৩ |
| হিন্দুল | –হেঙ্গুল, ৰং বিশেষ | ৯৩ |
| হিম্মানি | হীৰমণি হিৰা+মণি | ১৯, ৪৮ |
| হেঠে | তলত ( সং-অধস্তাৎ ) | ১৪, ২৬, ৭৮ |